# ভাৰতৰ আত্মা

যুৱ প্ৰজন্মৰ স্বপ্ন, উৎকণ্ঠা আৰু
আশা-আকাঙ্ক্ষাৰ প্ৰতিফলন

এ পি জে আব্দুল কালাম

অনুবাদ : সুকেশ শৰ্মা




জ্যোতি প্ৰকাশন
পাণবজাৰ : গুৱাহাটী : অসম

**BHAARATAR AATMAA** : Assamese translation of Dr A P J Abdul Kalam's SPIRIT OF INDIA done by Mr Suresh Sharma and published by Shri Nagen Sarmah, Jyoti Prakashan, Jaswanta Road, Panbazar, Guwahati 781 001, Assam in arrangement with RAJPAL & SONS, Madarsa Road, Kashmere Gate, Delhi 110 006. First published . December, 2010 Price : **Rupees one hundred only**

---

**প্ৰকাশক :**
শ্ৰীনগেন শৰ্মা
**জ্যোতি প্ৰকাশন**
যশোৱন্ত পথ, পাণবজাৰ
গুৱাহাটী ৭৮১ ০০১
অসম

**প্ৰথম প্ৰকাশ :** ডিচেম্বৰ, ২০১০

**প্ৰচ্ছদ :** মনজিৎ ৰাজখোৱা

মূল্য : ১০০.০০ টকা

ছপা :
ত্ৰিনয়ন গ্ৰাফিক অফছেট
উদ্যোগ পাম, বামুণীমৈদাম
গুৱাহাটী ৭৮১ ০২১



# সূচী

ৰাষ্ট্ৰ ব্যক্তি অথবা সংস্থাতকৈ শ্ৰেষ্ঠ— স্বাধীনতাৰ আন্দোলনে আমাৰ মনত এনে এটা ধাৰণাৰ জন্ম দিছে। কিন্তু যোৱা কেই দশকমানৰ ভিতৰত এনে ৰাষ্ট্ৰীয় চেতনা অৱলুপ্তি ঘটাৰ উপক্ৰম হৈছে। আজি আমি বিচাৰোঁ— আটাইবোৰ ৰাজনৈতিক দল একত্ৰিত হৈ পাৰস্পৰিক সহযোগিতাৰে আগবাঢ়ক আৰু এই জ্বলন্ত প্ৰশ্নটোৰ উত্তৰ দিয়ক— 'ভাৰতবৰ্ষ কেতিয়ালৈকে এখন বিকশিত ৰাষ্ট্ৰ হ'ব?'

ধৰ্মনিৰপেক্ষতাৰ নীতিসমূহৰ প্ৰতি অনমনীয় দায়বদ্ধতা বা নিষ্ঠা থাকিব লাগিব। ধৰ্মনিৰপেক্ষতা আমাৰ ৰাষ্ট্ৰীযতাৰ বুনিয়াদ আৰু আমাৰ সভ্যতাৰ মজবুত চাবি-কাঠী বা কষটি শিল। সকলো ধৰ্মৰ নেতাসকলৰ কণ্ঠত এটাই বাণী বা মেছেজ নিনাদিত হওক— সেয়া হ'ল আমাৰ জনগণৰ মন-অন্তৰৰ সামঞ্জস্যতা। তেতিয়াহে আমি দেশৰ স্বৰ্ণমণ্ডিত যুগ প্ৰত্যক্ষ কৰিবলৈ পাম।

বৰ্তমান সময়ৰ আহ্বান হ'ল— সকলো নাগৰিকে শৃংখলাবদ্ধভাৱে কাম কৰক। ইয়াৰ ফলত সচেতন নাগৰিকৰ জন্ম হ'ব। নাগৰিক ভালেই দেশ ভাল। দেশৰ সংৰচনাত তেওঁলোকৰেই আত্মিক বৈশিষ্ট্য, মূল্যবোধ বা নৈতিকতা আৰু আচাৰ-ব্যৱহাৰ প্ৰতিফলিত হয়। দেশ প্ৰগতিৰ পথেদি আগবাঢ়িব নে স্থবিৰতাই গ্ৰাস কৰিব তাক নিৰ্দেশিত কৰা— এইবোৰ বিশেষ তাৎপৰ্যপূৰ্ণ কথা।

আমি আমাৰ প্ৰাত্যহিক জীৱন-পৰিক্ৰমাত কিছুমান মূল্যবোধৰ অনুশীলন কৰিব লাগিব, যেনে— সততা, নিষ্ঠা, শৃঙ্খলা আৰু সহনশীলতা। ইবোৰে আমাৰ ৰাজনীতিক ৰাষ্ট্ৰনীতিলৈ উন্নীত কৰিব। আমি দেশৰ বাবে কি কৰিব পাৰো— সমূহীয়া ভাৱে আমি এনে এক সকাৰাত্মক দৃষ্টিভঙ্গি মনত প্ৰোথিত কৰিব লাগিব যাতে আমি আটায়ে একেলগে লাভান্বিত হ'ব পাৰো।

আমাৰ পূৰ্বপুৰুষসকলে যি কৰি থৈ গৈছে বা তেওঁলোকে যি এৰি থৈ গৈছে— তাৰ দ্বাৰা আমি প্ৰভূত পৰিমাণে উপকৃত হৈছোঁহক। এতিয়া আমাৰ ওপৰতো এটা গুৰুভাৰ বা দায়িত্ব ন্যস্ত হৈছে— আমি ভৱিষ্যৎ প্ৰজন্মৰ বাবে এটা সকাৰাত্মক পৰম্পৰা এৰি থৈ যাব লাগিব। তেতিয়াহে সকলোৱে আমাক মনত ৰাখিব।



'মই এইটো কৰিব পাৰো'

'আমি এইটো কৰিব পাৰো'

আৰু

'ভাৰতবৰ্ষই এইটো কৰিব পাৰিব' —

দেশৰ ৫৪ কোটি যুৱকে যদি এনে এক উদ্যম লৈ কাম কৰে তেনেহ'লে ভাৰতবৰ্ষ এখন বিকশিত বা উন্নত দেশ হোৱাত কোনো শক্তিয়ে বাধা দিব নোৱাৰে।



*কোনটো বেছি গুৰুত্বপূৰ্ণ— ব্যক্তিগত উন্নতি নে ৰাষ্ট্ৰৰ উন্নতি? ব্যক্তিগত উন্নতিয়ে কি ধৰণে ৰাষ্ট্ৰীয় উন্নতিত বৰঙণি যোগাব পাৰে?*

— হীবা জেমি, লেডী ড'ক কলেজ, মাদুৰাই



এখন ৰাষ্ট্ৰৰ বিকাশ বা উন্নতি নিৰ্ভৰ কৰে সৰ্বসাধাৰণ মানুহৰ ওপৰত। সেইবাবে সাধাৰণ মানুহৰ উন্নতি বিশেষ গুৰুত্বপূৰ্ণ। আমি আমাৰ ব্যক্তিগত উন্নয়নৰ কাৰ্যসূচী যুগুতাব লাগিব যিয়ে সচেতন নাগৰিকৰ জন্ম দিব। এনে সচেতন নাগৰিকসকলেই ৰাষ্ট্ৰৰ বিকাশৰ ক্ষেত্ৰত উল্লেখযোগ্য বৰঙণি আগবঢ়াব।

*আপোনাৰ বিচাৰত এজন সৈনিক, এগৰাকী শিক্ষক, এজন চিকিৎসক, এজন বিজ্ঞানী আৰু এজন ৰাজনীতিজ্ঞ — এই সকলৰ ভিতৰত কোনে দেশৰ প্ৰতি আটাইতকৈ বেছি সেৱা বা বৰঙণি আগবঢ়ায়?*

— তৰন্নুম, কেন্দ্ৰীয় বিদ্যালয়, পাঠানকোট



সাধ্যানুসৰি নিজ দেশৰ প্ৰতি সেৱা আগবঢ়োৱাৰ ক্ষেত্ৰত সকলোৰে নিজস্ব ভূমিকা আছে।

এজন সৈনিকে সততে নিজৰ দেশক ৰক্ষা কৰিব লাগিব। তেওঁলোকে কোটি কোটি মানুহক অহৰ্নিশে চকু দিব লাগিব যাতে তেওঁলোকে শান্তিৰে দেশৰ প্ৰগতিৰ হকে কাম কৰি যাব পাৰে।

এজন শিক্ষাগুৰুৱে সচেতন নাগৰিক আৰু ভৱিষ্যৎ নেতাৰ সৃষ্টি কৰিব।

'নিপীডিত জনতাৰ দুখ-যন্ত্ৰণা লাঘৱ কৰাৰ বাবে তোমাৰ বুদ্ধি-বৃত্তি প্ৰয়োগ কৰা' — এয়ে হ'ব লাগিব চিকিৎসক এজনৰ লক্ষ্য আৰু আদৰ্শ।

ৰাষ্ট্ৰৰ বিকাশৰ স্বাৰ্থত বিজ্ঞানীসকলে নতুন নতুন উপায় বা উপকৰণৰ উদ্ভাৱন কৰিব লাগিব।

সকলো সম্প্ৰদায়ৰ লোকৰ মাজত সুসমন্বয় বা সংহতিৰ সৃষ্টি কৰি ৰাজনীতিকসকলে তেওঁলোকক ৰাষ্ট্ৰীয় বিকাশৰ সামূহিক লক্ষ্য অভিমুখে আগবঢাই নিয়াৰ বাবে দিক্ নিৰ্ণায়ক ভূমিকা ল'ব।

সৰ্বোপৰি, আমি আটায়ে একো একোজন সৎ ব্যক্তি হ'ব লাগিব।

*আপুনি যি এখন বিকশিত ভাৰতবৰ্ষৰ স্বপ্ন দেখিছে তেনে এখন ৰাষ্ট্ৰ নিৰ্মাণৰ ক্ষেত্ৰত সৰ্বসাধাৰণৰ ভূমিকা কি হ'ব?*

— লালমণি বিকাশ ভাৰতী, মুঙ্গেৰ



এজন সাধাৰণ মানুহে নিৰক্ষৰ অথবা লেখা-পঢ়া কৰিব নোৱৰা লোকসকলক শিক্ষা দিব পাৰে। ওচৰ-পাজৰৰ ঠাইবোৰত গছৰ পুলি ৰুই সিবিলাকৰ প্ৰতিপাল কৰিব পাৰে। নিজে বাস কৰা ঠাইখন আৰু পাৰ্শ্বৱৰ্তী এলাকাবোৰ আটকধুনীয়া কৰি ৰখাত তেওঁলোকক সহায় কৰিব পাৰে। তদুপৰি ৰাষ্ট্ৰৰ স্বাৰ্থ বা বিকাশৰ পৰিপন্থী বুলি চিহ্নিত অনাহুত বা অনাকাঙ্ক্ষিত কথাবোৰৰ বিষয়ে কৰ্তৃপক্ষক অৱগত কৰাব পাৰে।

*ভাৰতবৰ্ষ এখন উন্নত ৰাষ্ট্ৰ হোৱাৰ পথৰ আটাইতকৈ ডাঙৰ অন্তৰায় কি?*

— ডেভিদ পী কান, কানেক্‌টিকাট্ কলেজ,
আমেৰিকা যুক্তৰাষ্ট্ৰ



ভাৰতবৰ্ষ এখন উন্নত ৰাষ্ট্ৰ হোৱাৰ পথৰ প্ৰধান অন্তৰায় হ'ল আমাৰ নৈৰাশ্য বা বিফলতাৰ প্ৰতি থকা মনৰ ভাব। ক্ষুদ্ৰ লক্ষ্য থকাটোও এটা ডাঙৰ হেঙাৰ। প্ৰকৃতাৰ্থত, ক্ষুদ্ৰ লক্ষ্য থকাটো এক অপৰাধ। এবাৰ আমাৰ মানুহখিনি উচ্চাকাঙ্ক্ষাৰে উজ্জীৱিত হৈ উঠিলে সকলো বস্তুৰ থানথিত লাগিব। তদুপৰি মানুহক নেতৃত্ব দিব পৰাকৈ গাত নেতৃত্বৰ গুণ-গৰিমা থকা আৰু মনত 'মিছন' থকা নেতাৰ প্ৰয়োজন।



*বৃহৎ স্বাৰ্থৰ সৈতে গধুৰ দায়িত্ব অনিবাৰ্য। আমাৰ সমাজ আৰু দেশখনক বেছি দায়িত্বশীল বা সচেতন কৰাত আমি সাধাৰণ নাগৰিকসকলে কেনে ধৰণে বা কি বৰঙণি আগবঢ়াব পাৰো?*

— অৰ্জুন নায়াৰ, কোচি



দেশৰ সকলো নাগৰিকে নিজ নিজ দায়িত্ব উপলব্ধি কৰি, যিয়ে যি ক্ষেত্ৰত থাকে তাত দাযিত্ববোধ আৰু সেৱাৰ মনোভাবেৰে নিজ নিজ কৰ্তব্য পালন কৰিব লাগিব। নিজৰ কৃতকৰ্মৰ দ্বাৰা তেওঁলোকে দৃষ্টান্ত দাঙি ধৰি যুৱ প্ৰজন্মৰ মাজত দাযবদ্ধতা আৰু দায়িত্ব পালনৰ ধাৰণা সঞ্চাৰ কৰিব পাৰিব।



*আজি আমি এটা কথা প্ৰত্যক্ষ কৰিছোঁ। সেইটো হ'ল ব্যক্তিসত্তাই ৰাষ্ট্ৰীয়তাক প্ৰতিহত কৰিছে আৰু কেৱল এইটো কাৰণতে আমাৰ দেশে প্ৰত্যাশিত উন্নতি কৰিবলৈ সক্ষম হোৱা নাই। ইয়াক বাধা দিয়াৰ বাবে কি ফলপ্ৰসূ ব্যৱস্থা হাতত ল'ব পাৰি?*

**— শুভম দাস, হাওৰা**



মোৰ ধাৰণা, ১৮৫৭ চনৰ পৰা ১৯৪৭ চন পৰ্যন্ত আমাৰ দেশখনে ব্যাপক স্বাধীনতা আন্দোলনত জঁপিয়াই পৰাৰ সময়ত ৰাষ্ট্ৰীয়তাৰ তেজ বা চোক বেছ শক্তিশালী আছিল। আৰু যেতিয়াই দেশখনে সীমান্তত সংঘাত বা যুদ্ধৰ সন্মুখীন হৈছিল তেতিয়াও একে তেজ বা শক্তি প্ৰত্যক্ষ কৰা গৈছিল। মোৰ বোধেৰে, এদিন আমি স্বাধীনতা বিচাৰি বিদেশী শক্তিৰ শাসনৰ বিৰুদ্ধে যি ব্যাপক সক্ৰিয় আন্দোলন গঢ়ি তুলিছিলো ঠিক তেনেকৈ আজিও দেশৰ বাবে তেনেকুৱা দ্বিতীয় দৃষ্টিভঙ্গি এটাৰ প্ৰয়োজন আহি পৰিছে। ভাৰতবৰ্ষক উন্নত ৰাষ্ট্ৰ হিচাপে নিৰ্মাণৰ বাবে প্ৰয়োজনীয় যি দ্বিতীয় দৃষ্টিভঙ্গি বা চেতনাৰ কথা কোৱা হৈছে সেই চেতনাই এদিন ৰাষ্ট্ৰীয়তাৰ উদ্দীপনা সৃষ্টি কৰিব।

*আমি ৰাষ্ট্ৰীয় দিৱসবোৰ প্ৰবল আৱেগ বা অত্যুৎসাহ, ঐক্য-সংহতি আৰু স্বদেশানুৰাগৰ মাজেদি উদ্‌যাপন কৰোঁ। কিন্তু তাৰ পিছদিনাখনেই আমাৰ স্বাৰ্থান্বেষী ভাবে ৰাষ্ট্ৰীয় স্বাৰ্থক গ্ৰাস কৰি পেলায়। কিয় এনেকুৱা হয় বা ইয়াক সলনি কৰাৰ বাবে আমি কি কৰিব পাৰো?*

— ঈশা মহিন্দ্ৰু, ডি এ ভি, স্কুল



আমি প্ৰতিটো ৰাষ্ট্ৰীয় দিৱসৰ উদ্‌যাপন বা সমাৰোহবোৰক একোটাহঁত সামাজিক মিছনলৈ ৰূপান্তৰিত কৰিব লাগিব যাতে তাৰ পৰা আমাৰ সমাজ-জীৱন প্ৰভূত পৰিমাণে উপকৃত হয়। এনে প্ৰতিটো উপলক্ষত আমি নিজক এনে এটা প্ৰশ্ন কৰিব লাগে— "মই কি দিব পাৰো?", আৰু সেই অনুসৰি কাম কৰিব লাগে। দিয়া কাৰ্যই যিদৰে দিওঁতাজনৰ মনত আনন্দ দিয়ে ঠিক তেনেদৰে অভাৱত যিজনে লয় তেওঁকো সুখী কৰে। ঘৰ আৰু বিদ্যালয়ত এনে প্ৰণালী বা কাৰ্যক্ৰমৰ আদৰ্শক উৎসাহিত কৰিব লাগে। তেতিয়া আমাৰ যুৱ সম্প্ৰদায়টোৱে স্বাৰ্থান্বেষী উদ্দেশ্য বাদ দি জাতীয় স্বাৰ্থৰ হকে কাম কৰি যাবলৈ অনুপ্ৰেৰণা লাভ কৰিব।

*সুদীৰ্ঘ বাষষ্ঠি বছৰ আগতে আমাৰ ভাৰতৰাষ্ট্ৰ সামাজিক, অৰ্থনৈতিক আৰু ৰাজনৈতিকভাৱে মুক্ত হ'ল। কিন্তু যিটো কথাই মোক অতিকৈ নিৰুৎসাহিত কৰে সেইটো হ'ল অদ্যাপ্ৰভৃতি ভাৰতবৰ্ষই সুস্থিৰতা লাভ কৰিব পৰা নাই। ঠিক কোনখিনিত আমাৰ ভুল হৈ আছে বাৰু?*

— অংকিত অৰবিন্দ, এপীজে স্কুল, নইডা



ভাৰতবৰ্ষই উন্নতি সাধন কৰিছে আৰু নিৰন্তৰ বিকাশৰ পথেদি অগ্ৰসৰ হৈ আছে। ক্ৰমাগতভাৱে আগুৱাই গৈ থাকিলে সামান্য অস্থিৰতা আহিবই। আমি সেই অস্থিৰতা দূৰ কৰিব লাগিব আৰু মনত দৃঢ় সংকল্প লৈ আগুৱাই যাব লাগিব। 'Mach 3' গতিবেগসম্পন্ন যুঁজাৰু বিমান এখনৰ গাঁথনিও সামান্য অস্থিৰকৈ কৰা হয় যাতে সি অপ্ৰত্যাশিত ঘটনা বা হেঁচা চম্ভালি ল'ব পাৰে।

*ভাৰতৰ প্ৰসঙ্গত যদি SWOT অৰ্থাৎ strength (শক্তি), weakness (দুৰ্বলতা), opportunity (সুযোগ) আৰু threat (বিপদ-বিঘিনি / আশঙ্কা) আদিৰ মূল্যায়ন কৰা হয় তেতিয়া আপোনাৰ মতে কি লাভালাভ হ'ব?*

— জয়জননী পট্টাভিৰমণ, বি.জে টি.আই., মুম্বাই



আমাৰ শক্তি — বৃহৎ জৈৱবিচিত্ৰতা আৰু বিপুল মানৱ সম্পদ
আমাৰ দুৰ্বলতা — আত্ম-সংশয়
আমাৰ সুযোগ — মধ্যম আয় বৰ্গৰ ত্ৰিছৰ পৰা চল্লিছ কোটি মানুহৰ এক বিশাল বজাৰ
আমাৰ বিপদ বা আশংকা — পাৰ্শ্বৱৰ্তী দেশ কিছুমানৰ অনাকাঙ্ক্ষিত প্ৰতিযোগিতা আৰু পৰ্যাৱৰণ বা পাৰিপাৰ্শ্বিকতাৰ ভাৰসাম্য বজাই ৰখা বা সন্তুলিত কৰি ৰখা।

*এইটো এনে কি মুখ্য কাৰক যি ভাৰতক এদিন নদন-বদন কৰি তুলিছিল আৰু বৰ্তমান তাৰ অভাৱ পৰিলক্ষিত হৈছে?*

— স্রুষ্টি সুসৰলা, সংস্কৃতি স্কুল, পুণা



সমন্বিত কৰ্ম কৰা আৰু সমন্বিত সাফল্য লাভ কৰা। বৰ্তমান তাৰেই অভাৱ হৈছে।

*অসমানতা আৰু সাংস্কৃতিক সঙ্কীৰ্ণতাৰ মোকাবিলা কৰাত আমাৰ অসমৰ্থতাই এক নতুন পৃথকতাবাদৰ জন্ম দিছে যিযে নেকি বৈচিত্ৰ্যপূৰ্ণ ভাৰতবৰ্ষৰ সামাজিক বিন্যাসৰ প্ৰতি এক প্ৰচণ্ড ভাবুকিৰ সৃষ্টি কৰিছে। এজন গণতান্ত্ৰিক মানুহে এনে এটা গুৰুতৰ সমস্যাৰ সমাধান কেনেকৈ কৰিব?*

— ওচমান জাভেদ

ছেণ্ট্ জেভিয়াৰ্ছ্ কলেজ, মুম্বাই



এইখিনিতে মোৰ সৰুকালিৰ ঘটনা এটা মনত পৰিছে। মোৰ বয়স তেতিয়া দহ বছৰ মাত্ৰ। এদিনাখন শুনিলো— তিনজন অসামান্য ব্যক্তিত্বসম্পন্ন লোক এদিন একেলগে আমাৰ ঘৰত লগ হোৱাৰ কথা। প্ৰথমজন হ'ল— পক্ষী লক্ষ্মণা শাস্ত্ৰীগল। তেওঁ এজন বিদগ্ধ বেদজ্ঞ পণ্ডিত আৰু বিখ্যাত ৰামেশ্বৰম মন্দিৰৰ মুখ্য পূজাৰী। দ্বিতীয়জন— শ্ৰদ্ধেয় ফাদাৰ বোডাল— যিজনে ৰামেশ্বৰম দ্বীপত প্ৰথম গীৰ্জা নিৰ্মাণ কৰাইছিল। তৃতীয়জন মোৰ পিতাদেউ— এটা মছজিদৰ ইমাম। তিনিওজনে একেলগে বহি দ্বীপটোৰ বিভিন্ন সমস্যাৰ কথা বিশদভাৱে আলোচনা কৰিলে আৰু সমস্যাবোৰ সমাধানৰ উপায় সম্পৰ্কেও গভীৰ চিন্তা-চৰ্চা কৰিলে। তেওঁলোকৰ এই আলোচনাই বিভিন্ন ধৰ্মৰ লোকৰ মাজত সংযোগ বা যোগসূত্ৰ স্থাপনত সহায় কৰিছিল। লগে লগে এই কথাটো ফুলৰ গন্ধৰ দৰে দ্বীপটোৰ চাৰিওফালে বিয়পি গ'ল। কোনো ক্ষেত্ৰত বিভিন্ন ধৰ্মাৱলম্বী লোকৰ সৈতে আলাপ-আলোচনাৰ প্ৰযোজনীয়তাৰ বিষয়ে যেতিয়াই মই মানুহৰ লগত কথা পাতোঁ তেতিয়াই আমাৰ ঘৰত হোৱা সেই বৈঠকখনৰ কথা মোৰ মনলৈ আহে। ভাৰতবৰ্ষত হাজাৰ হাজাৰ বছৰ ধৰি চলি থকা মানুহৰ মনৰ মাজৰ সংহতি বা সমন্বয়ৰ এনে অজস্ৰ অতুলনীয় নিদৰ্শন আছে। আমি তাক আৰু সবল কৰিব লাগিব। সেই উদ্দেশ্য আগত ৰাখিয়েই আমি নিজা উদ্যোগত এটা সংস্থা গঠন কৰিছোঁ— 'FUREC' (Foundation for Unity of Religions and Enlightened Citizenship)। দেশৰ পোন্ধৰটা বিভিন্ন মতবাদৰ লোক এই সংস্থাটোৰ সদস্য। মানুহৰ মনৰ ঐক্যক প্ৰোৎসাহিত কৰাৰ বাবে দেশত এনেকুৱা অনেক সংস্থাৰ জন্ম হওক— আমি তাকেই কামনা কৰোঁ।

*কি ধৰণৰ নীতি অনুসৰণ কৰিলে ভাৰতবৰ্ষৰ অৰ্থনৈতিক উন্নয়ন হ'ব?*

— প্ৰিয়ঙ্কা বাগ্ছী

চি এন আই গাৰ্লছ্ ইন্টাৰ কলেজ, ডেৰাডুন



আমি ভাৰতবৰ্ষৰ গ্ৰামীণ আৰু নগৰীয় বিকাশৰ ক্ষেত্ৰত সন্তুলন বা ভাৰসাম্যতা ৰক্ষা কৰিব লাগিব। আমি প্ৰবুদ্ধ বা সচেতন সমাজ নিৰ্মাণ কৰিব লাগিব। তাৰ বাবে ICT অৰ্থাৎ তথ্য আৰু সঞ্চাৰ প্ৰযুক্তি আৰু জৈৱ প্ৰযুক্তিৰ দৰে বিভিন্ন ক্ষেত্ৰত বিশেষ অৰ্হতা প্ৰযোগ কৰাটো অপৰিহাৰ্য। দেশৰ অৰ্থনৈতিক বিকাশ ত্বৰান্বিত কৰাৰ বাবে লবলগীয়া কিছুমান ব্যৱহাৰিক ব্যৱসায়িক নীতিৰ বিৱৰ্তন নাগৰিককেন্দ্ৰিক হ'ব লাগিব। ডেকা আৰু কৰ্মঠ নেতাৰ সৃষ্টি, প্ৰয়োগসাধ্য প্ৰযুক্তিৰ বিবৰ্ধন আৰু শক্তিশালী উদ্যোগ-গৱেষণাগাৰ-একাডেমীৰ সংযুক্তি আদি দিশত আমাৰ মনোযোগ কেন্দ্ৰীভূত কৰিব লাগিব।

*পৰ্যাপ্ত পৰিমাণৰ ধন আৰু প্ৰতিভাধৰ লোক থকা সত্ত্বেও আমাৰ দেশখন উন্নত দেশ হিচাপে পৰিগণিত হোৱা নাই কিয়?*

— মানসী শাহ, আহমেদাবাদ



আমাৰ দেশখনত সম্পদ আছে আৰু কিছুমান ক্ষেত্ৰত ব্যুৎপত্তি থকা প্ৰতিভাধৰ লোকো আছে। তথাপি কিন্তু আমাৰ দেশৰ প্ৰায বিছ কোটি মানুহ দাৰিদ্ৰ্য সীমাৰেখাৰ তলত বাস কৰে। কঠোৰ পৰিশ্ৰম আৰু সঙ্কল্পৰ জৰিয়তে আমি যদি এই বিছ কোটি মানুহক সমৃদ্ধিশালী কৰিব পাৰো তেতিয়া হ'লে আমি এখন উন্নত দেশ গঢ়িব পাৰিম। তেতিয়া ভাৰতবৰ্ষ অচিৰে সুখ-শান্তি আৰু সমৃদ্ধিৰে ভৰপূৰ ৰাষ্ট্ৰ হৈ উঠিব।

*জ্বলন্ত নিবনুৱা সমস্যা, দৰিদ্ৰতা আৰু ব্যাপক দুৰ্নীতিৰ পয়োভৰ থাকিলে আমি কেনেকৈ শক্তিশালী ভাৰত নিৰ্মাণ কৰিব পাৰিম?*

— পীযুষ শ্ৰীবাস্তৱ

ইণ্ডিয়ান ইনষ্টিটিউট অব্ ইনফ্ৰ্মেশ্যন টেকন'লজী, এলাহাবাদ



অগ্ৰাধিকাৰ ভিত্তিত শিক্ষাৰ স্থান হ'ব লাগিব প্ৰথম। শিক্ষাই কৰ্মসংস্থান বিচাৰি ফুৰাসকলতকৈ কৰ্ম সংস্থান দিব পৰা লোকৰ জন্ম দিয়াত নেতৃত্ব দিব লাগিব। আমি ব্যাপক হাৰত কৃষিপাম বহিৰ্ভূত গ্ৰামীণ উদ্যোগ গঢ়ি তুলিব লাগিব। এই গ্ৰামীণ উদ্যোগবিলাকে গ্ৰামাঞ্চলৰ লোকক সংস্থান দিব পাৰিব।

*কিছুমান ইউৰোপীয় দেশৰ তুলনাত ভাৰতবৰ্ষত কোটিপতিৰ সংখ্যা বেছি হ'ব। অন্যহাতে আন যি কোনো দেশৰ তুলনাত ভাৰতত থৰক-বৰক দেহৰ ভিক্ষাৰীৰ সংখ্যাও বহুগুণে বেছি। কিয় এনে হৈছে?*

— কাব্য চতুৰ্বেদী, দিল্লী পাব্লিক স্কুল, নইডা



এতিয়া দেশৰ সৰ্বাত্মক বিকাশ অপৰিহাৰ্য। এতিয়ালৈকে দেশৰ যিখিনি বিকাশ বা উন্নয়ন হৈছে সেয়া অকল ভাৰতৰ চহৰাঞ্চলতহে হৈছে। এতিয়া ইয়াক সম্প্ৰসাৰিত কৰিব লাগিব মুঠ ছয় লাখ গাঁৱৰ সত্তৰ কোটি মানুহৰ বাসভূমি ভাৰতৰ গ্ৰামাঞ্চললৈ। বিগত কেইটামান বৰ্ষত দাৰিদ্ৰ্য সীমাৰেখাৰ তলত বাস কৰা লোকৰ সংখ্যা কমি আহিছে যদিও উন্নয়নৰ গতি আৰু ঊৰ্দ্ধমুখী কৰিব পাৰিলে দেশৰ পৰা দৰিদ্ৰতা সমূলি নিৰ্মূল কৰিব পৰা যাব বুলি মই আশাবাদী।

*আপোনাৰ মনঃচক্ষুৰে কল্পনা কৰা ২০২০ বৰ্ষৰ ভাৰতবৰ্ষৰ ৰূপটো কেনেকুৱা?*

— শেফালি সিং

এছ এছ খান্না গাৰ্লছ্ ডিগ্ৰী কলেজ, এলাহাবাদ



মোৰ মনত বিকশিত ভাৰতবৰ্ষৰ দহটা বিশেষ ৰূপ বা পাৰ্শ্বচিত্ৰ আছে ঃ

- এনে এখন ৰাষ্ট্ৰ য'ত চহৰ বা নগৰাঞ্চল আৰু গ্ৰামাঞ্চলৰ বিভাজন বা প্ৰভেদৰ সীমাৰেখাডাল তেনেই পাতল।
- এনে এখন ৰাষ্ট্ৰ য'ত সম্পদসমূহৰ সমবিতৰণ হ'ব আৰু য'ত শক্তি আৰু বিশুদ্ধ পানী পৰ্যাপ্ত পৰিমাণে উপলব্ধ হ'ব।
- এনে এখন ৰাষ্ট্ৰ য'ত কৃষি, উদ্যোগ আৰু সেৱাক্ষেত্ৰসমূহে পাৰস্পৰিক সহযোগিতাৰে কাম কৰিব।
- এনে এখন ৰাষ্ট্ৰ য'ত সামাজিক আৰু আৰ্থিক বৈষম্যৰ বাবে প্ৰতিভাৱান ছাত্ৰ-ছাত্ৰী মূল্যবোধসৰ্বস্ব উচ্চশিক্ষা লাভৰ পৰা বঞ্চিত হ'ব নালাগে।
- এনে এখন ৰাষ্ট্ৰ যিখন সকলো বিদগ্ধ পণ্ডিত, বিজ্ঞানী আৰু বিনিয়োগকাৰীৰ বাবে আটাইতকৈ পছন্দৰ বা আদৰ্শৰ ঠাই হ'ব।
- এনে এখন ৰাষ্ট্ৰ য'ত সকলোৰে বাবে অতি উৎকৃষ্ট স্বাস্থ্যসেৱা উপলব্ধ হ'ব।
- এনে এখন ৰাষ্ট্ৰ য'ৰ শাসনতন্ত্ৰ বা চৰকাৰখন সংবেদনশীল, স্বচ্ছ আৰু দুৰ্নীতিমুক্ত হ'ব।
- এনে এখন ৰাষ্ট্ৰ য'ৰপৰা দৰিদ্ৰতা সমূলঞ্চে নিৰ্মূল হৈছে, য'ৰপৰা নিৰক্ষৰতা দূৰ হৈছে, য'ত শিশু আৰু মহিলাৰ নিৰ্যাতন নাই আৰু য'ত সমাজৰ কোনো এজনেও নিজক অপাংক্তেয় বুলি ভাবিব নালাগে।
- এনে এখন ৰাষ্ট্ৰ যিখন সমৃদ্ধিশালী, সুস্বাস্থ্যৰ অধিকাৰী, নিৰাপদ, সন্ত্ৰাসবাদমুক্ত, শান্তিপূৰ্ণ, সুখ-স্বাচ্ছন্দ্যৰে ভৰা আৰু নিৰন্তৰ বিকাশৰ পথেদি আগুৱাই গৈ থাকিব।
- এনে এখন ৰাষ্ট্ৰ যিখন বাসোপযোগী শ্ৰেষ্ঠ ঠাই আৰু যি নিজ নেতৃত্বক লৈ গৰ্বিত।



*নিৰ্বাচনৰ সময়ত আমি কেনেকৈ আমাৰ পছন্দৰ সঠিক ব্যক্তিজনক বাছি উলিয়াব পাৰিম?*

— বিজয়ন, বেট্টবলম তিৰুবন্নমালা জিলা



মোৰ বিচাৰ মতে, প্ৰাৰ্থীজনৰ মহানতা (নীতিনিষ্ঠতা বা সত্যনিষ্ঠতা থকা) আৰু সমষ্টিটোত তেওঁ কৰা সামাজিক কাম-কাজৰ নমুনা বা খতিয়ানৰ আধাৰত নিৰ্বাচিত কৰিব লাগে।



উপাৰ্জনৰ অসমানতা
সম্ভৱপৰ সকলো বস্তুকে লাভ কৰাৰ বাসনা
আৰু আনৰ সমস্যা
বা দুখ-কষ্টৰ প্ৰতি উদাসীনতা
এইবোৰেই দুৰ্নীতিৰ
কিছুমান কাৰণ।

*বৰ্তমান পৃথিৱীত ভাৰতীয় সভ্যতা-সংস্কৃতিৰ যি মূল্য বা বৈশিষ্ট্য তাৰ প্ৰকৃত মেজাজ নাই, সি যেন কাগজৰ পাততে সীমাৱদ্ধ। কেউফালে দুৰ্নীতিৰ পয়োভৰ। দেশৰ গৰিষ্ঠ সংখ্যক লোক এতিয়াও অত্যাৱশ্যকীয় মৌলিক সা-সুবিধাৰ পৰা বঞ্চিত। পুতৌ লগা প্ৰশাসন, চৰকাৰৰ নীতি-নিষ্ঠাৰ অভাৱ। এইবোৰ জাতীয় অভিশাপ স্বৰূপ হৈ পৰিছে। সমৃদ্ধ সাংস্কৃতিক ঐতিহ্য আৰু আমি শিকনি ল'ব পৰা সভ্যতা-সংস্কৃতি থকা সত্ত্বেও আমি কেনেকৈ এই অৱস্থাত উপনীত হ'লোহি? আমাৰ সভ্যতা-সংস্কৃতিৰ বৈশিষ্ট্যই আমাক নিৰাশ কৰিছে কিয়?*

— কেপ্তেইন ছাধা

নেভেল হাযাৰ কমাণ্ড্ ক'ৰ্ছ্, মুম্বাই



এইবোৰ ক্ৰুটি-বিচ্যুতি থকা সত্ত্বেও সমগ্ৰ পৃথিৱীৰ ভিতৰত ভাৰতবৰ্ষই একমাত্ৰ সুবৃহৎ আৰু সুস্থিৰ গণতান্ত্ৰিক দেশ হিচাপে সক্ৰিয়তাৰে কাম কৰি আছে। এনে গণতান্ত্ৰিক ব্যৱস্থাৰ আউটিত থাকি আমি ক্ৰমাগতভাৱে সকলো সমস্যাৰ সমাধান উলিযাব পাৰো। বৰ্তমান আমাৰ কৰণীয় হ'ল আমি সৎ চিন্তাৰে ডেকাসকলৰ মনবিলাক প্ৰজ্জ্বলিত কৰিব লাগিব যাতে তেওঁলোকে ডাঙৰ ডাঙৰ স্বপ্ন দেখে আৰু বৃহৎ সাফল্য অৰ্জন কৰিব পাৰে।

*আমাৰ সাংস্কৃতিক মূল্যবোধে আমাৰ দেশখনক লেহুকা কৰিলে নেকি? এনেকুৱা লাগে আমি যেন সকলো ধৰণৰ অত্যাচাৰ উৎপীড়ন গা পাতি লৈছোঁ, অথচ যোগ্য প্ৰত্যুত্তৰ দিব পৰা নাই বা দিয়াত অসমৰ্থ। সন্ত্ৰাসবাদ আৰু জলদস্যুতা বা অপহৰণ আদিৰ মোকাবিলা কৰাৰ ক্ষেত্ৰত এই কথা স্পষ্ট হৈ পৰিছে। আপুনি কি কয়?*

— কেপ্তেইন বীছা

নেভেল হায়াৰ কমাণ্ড্ ক'ৰ্ছ্, মুম্বাই



সমাজৰ প্ৰতি অহা সংগঠিত ভাবুকিৰ বিৰুদ্ধে যুঁজ দিয়াৰ উপায় হ'ল মানুহ আৰু উদ্দেশ্যৰ ঐক্য। "অশুভ শক্তিবোৰ সংগঠিতভাৱে থিয় দিলে তাৰ বিৰুদ্ধে যুঁজ দিয়াৰ বাবে সৎ মনবোৰে সংহত বা একত্ৰিতভাৱে কাম কৰিব লাগিব।"

*পাকিস্তানে সদায় ভাৰতবৰ্ষলৈ সন্ত্ৰাসবাদী পঠিয়াই থকা সত্ত্বেও আমি তেওঁলোকক ক্ষমা কৰি আছো কিয়?*

— ফাইজ

আৰ পি ভি ভি ত্যাগৰাজ নগৰ, দিল্লী



আমাৰ দেশৰ অৰ্থনৈতিক বিকাশ যাতে ত্বৰান্বিত হয় আৰু দাৰিদ্ৰ্য সীমাৰেখাৰ তলত বাস কৰা দেশৰ সাধাৰণ মানুহখিনিয়ে যাতে একোটাইত সুষম জীৱন লাভ কৰিব পাৰে তাৰ বাবে আমাক এটা বাহ্যিক শান্তিৰ বাতাৱৰণ লাগে। দৰিদ্ৰতাই যিহেতু আমাৰ আটাইৰে প্ৰধান শত্ৰু সেইবাবে দক্ষিণ এছিয়াৰ শান্তিয়ে এই অঞ্চলকো নিশ্চিয উপকৃত কৰিব।

*ভাৰতবৰ্ষ ক্ষিপ্ৰতাৰে বিকাশৰ ফালে ধাবিত হৈছে যদিও আমাৰ মানুহৰ মাজত ধন-সম্পদ আৰু বিচাৰ-বিমৰ্ষ বা সত্য আকলন এই দুযোটাৰ প্ৰেক্ষাপটত বৈষম্য বা অসমতা বাঢ়ি গৈ আছে। এফালে আমাৰ অগ্ৰগতিক ক্ষিপ্ৰ কৰা ভৰুণ আশা-আকাঙক্ষা, আনফালে আমাক পিছলৈ ঠেলি ঠেলি বিচ্ছিন্ন কৰা অপূৰ্ণ আশা— এই বিৰোধ বা ভিন্নমুখিতাক কেনেকৈ সন্তুলিত কৰিব পৰা যাব?*

— কেপ্তেইন জি কে গাৰ্গ

নেভেল হায়াৰ কমাণ্ড কৰ্ছ, মুম্বাই



শিক্ষাক প্ৰথম অগ্ৰাধিকাৰ দিব লাগিব। শিক্ষা এনেকুৱা হ'ব লাগিব যাতে ই সংস্থান বা ৰোজগাৰ বিচাৰি ফুৰা সকলতকৈ সংস্থান দিব পৰা শ্ৰেণী এটাৰ সৃষ্টি কৰিব পাৰে। আমি কৃষিতকৈ লঘু গ্ৰামীণ উদ্যোগ স্থাপনৰ বাবে চেষ্টা কৰিব লাগিব। এনে ব্যৱস্থাৰ ফলত গ্ৰামীণ ক্ষেত্ৰৰ লোকসকলক কৰ্মসংস্থান দিয়াৰ সুযোগ সৃষ্টি হ'ব।

*ভাৰতৰ ভৱিষ্যৎ আশা-আকাঙ্ক্ষাৰ ওপৰত আপুনি 'INDIA 2020' নামে এখন গ্ৰন্থ প্ৰণয়ন কৰিছে। ইমান গভীৰ কথা-বতৰা চিন্তা কৰাৰ বাবে আপুনি ক'ৰ পৰা অনুপ্ৰেৰণা লাভ কৰিছিল? বৰ্তমান আমি বিভিন্ন সমস্যাৰে জৰ্জৰিত, তথাপি আপুনি যি লক্ষ্য নিৰ্ধাৰিত কৰি দিছে ভাৰতে সেই লক্ষ্য পূৰণ কৰিব পাৰিব বুলি আপুনি ভাবেনে?*

—হিমানী

এপীজে স্কুল, জলন্ধৰ



INDIA 2020 (ভাৰতবৰ্ষ, 2020) হ'ল ১৯৯৭ চনতে বিজ্ঞান আৰু প্ৰযুক্তি বিভাগৰ অধীনস্থ প্ৰৌদ্যোগিকী সূচনা আৰু পূৰ্বানুমান পৰিষদ (Technology Information and Forecasting Council)-এ হাতত লোৱা এটা প্ৰকল্পৰ পৰিণতি বা ফল। সৌভাগ্যৰশতঃ সেই সময়ত মই উক্ত পৰিষদৰ অধ্যক্ষৰ দায়িত্বত আছিলো। বিভিন্ন ক্ষেত্ৰৰ পৰা ব্যুৎপত্তিসম্পন্ন পাঁচ শতাধিক বিশেষজ্ঞক কামত লগাই আমি ২০২০ চনৰ ভাৰতবৰ্ষখনৰ ৰূপৰেখা তৈয়াৰ কৰিলো। ভাৰতীয় অৰ্থনীতি প্ৰায় এশকোটি লোকৰ সুবৃহৎ অৰ্থনীতি। আমি যি কাম বা প্ৰচেষ্টা হাতত ল'লো তাৰ সুফল লাভ কৰাৰ বাবে অপেক্ষা কৰিব লাগিব— তাত সন্দেহ নাই। সেইবাবেই আমি আগন্তুক বিছ বছৰৰ সময় হাতত লৈ ২০২০ বৰ্ষটো বাছি ল'লো। এই সময়ৰ ভিতৰতে ভাৰতবৰ্ষ নিশ্চয় এখন উন্নত দেশলৈ ৰূপান্তৰিত হ'ব। ভাৰতে নিজ লক্ষ্য অভিমুখে আগবাঢ়ি আছে। আমাৰ দেশৰ যুৱ সম্প্ৰদায়ৰ অন্তৰত 'মই কৰিব পাৰো'- এই ভাবনাৰ উদ্ৰেক হ'ব লাগিব। সেইটোৱেই 'ভাৰতবৰ্ষ, ২০২০'ৰ লক্ষ্য পূৰণ হোৱাটো নিশ্চিত কৰিব।



*আমাৰ কবি-সাহিত্যিকসকলে কয় যে সমাজত জাতি বা সম্প্ৰদায় নাথাকে। কিন্তু দৈনন্দিন জীৱনত আমি যলৈকে যাওঁ, সকলো ক্ষেত্ৰত এইবোৰৰ চৰ্চা বা উল্লেখ কৰিব লগা হয়। কিয় এনেকুৱা হয়? ইয়াৰ সমাধানৰ উপায় কি?*

— কে বিন্দু, পণ্ডিচেৰী ইনষ্টিটিউট অব হোটেল মেনেজমেন্ট এণ্ড কেটাৰিং, পণ্ডিচেৰী



জাতি ধৰ্ম সম্প্ৰদায়ৰ ভেদ বা বিভাজন বৰ্জিত সীমাৰেখাবিহীন সমাজৰ ধাৰণা জন্মে কেৱল সীমাৰেখা নথকা মন বা মানসিকতাৰ পৰাহে। বৰ্তমান সমাজৰ জাতি-সম্প্ৰদায়ৰ শ্ৰেণী বিভাজন বা গাঁথনিৰ বৰ্তমান ৰূপ পাওঁতে কেবা শতিকাও লাগিছে। প্ৰেম, ধৈৰ্য, সৎ আইন আৰু সুবিচাৰ— এইবোৰেই আমাৰ সমাজৰ শ্ৰেষ্ঠ উপকৰণ। এইবিলাকৰ জৰিয়তে সমাজখনে সীমা বা ভেদাভেদ নথকা সম্প্ৰদায়লৈ ৰূপান্তৰিত হ'ব পাৰিব য'ত 'কাম-কাজ কৰা হাত দুখন প্ৰাৰ্থনা কৰা ওঁঠজুৰিতকৈ ভাল' বুলি পৰিগণিত হ'ব।



*আমাৰ ঘৰ-দুৱাৰ, গাঁও- ভূঁই, জিলা, ৰাজ্য বা দেশ— আটাইৰে নিজ নিজ সীমাক লৈ উদ্বিগ্নতা আছে। জলধাৰী শিলাস্তৰ, নদ-নদী, জীৱ-জন্তু, মানৱকুল— কোনোৱে সীমা ৰেখা মানি নচলে। আমি এনে এখন পৃথিৱীত বাস কৰিব পাৰিমনে য'ত সীমা বা চাৰিসীমা বোলা কোনো কথা বা সমস্যা নাথাকিব?*

— লোহিত সাৰেংগি
জ্যোতি বিহাৰ হাইস্কুল



যিদিনাখনৰ পৰা মানুহ 'লওঁতা' নহৈ কেৱল 'দিওঁতা' হ'ব সেইদিনাখনৰ পৰা আমি এনে এখন পৃথিৱীত বাস কৰিব পাৰিম য'ত চাৰিসীমা বোলা কোনো কথাই নাথাকিব।

*সন্ত্ৰাসবাদ কেনেকৈ নিৰ্মূল কৰিব পৰা যাব?*

— দেবাশীষ বসু, ভূপাল



সোপাটিলা সামাজিক গাঁথনিৰ বাবেই সন্ত্ৰাসবাদৰ জন্ম হয়। আমি যদি দেশৰ যুৱকসকলক পৰ্যাপ্ত পৰিমাণে নিযোগৰ সুবিধা দিব পাৰো আৰু সম্পদ বিতৰণৰ ক্ষেত্ৰত ভাৰসাম্যহীনতা বা অসমানতা দূৰ কৰিব পাৰো তেনেহ'লে সন্ত্ৰাসবাদ নিৰ্মূল কৰিব পৰা যাব।

*এটা স্বচ্ছ আৰু যোগ্য বা কৰ্মক্ষম ৰাজনৈতিক ব্যৱস্থা লাভ কৰাৰ বাবে আমি কি কি ব্যৱস্থা বা উপায় অৱলম্বন কৰিব লাগিব?*

বিশাঙ্ক বাৱা

কমলা নেহৰু কলেজ, নতুন দিল্লী



দলীয় আনুগত্য বা স্বীকৃতিৰ উৰ্দ্ধত দেশৰ উন্নয়ন মুখ্য বিষয় হ'ব লাগিব। মতদাতা ৰাইজে এনেকুৱা প্ৰাৰ্থী নিৰ্বাচিত কৰিব লাগিব যিয়ে যোগ্যতা আৰু স্বচ্ছতাৰে নিজ নিজ সমষ্টিৰ উন্নয়নত আশানুৰূপ ফল দেখুৱাব পাৰে। ৰাষ্ট্ৰীয় ভাবনা বা চেতনাৰে উদ্বুদ্ধ লোকক নিৰ্বাচন প্ৰক্ৰিয়াত ভাগ লোৱাত প্ৰোৎসাহিত কৰাৰ বাবে যি চৰকাৰী নিধি থাকে তাৰ যথোচিত পৰীক্ষা-নিৰীক্ষা কৰাব লাগিব। উন্নয়নৰ কাৰ্যসূচী আৰু সেৱাৰ কাম-কাজৰ স্বচ্ছতা উন্নীত কৰাৰ বাবে প্ৰযুক্তিৰ প্ৰয়োগ কৰিব লাগিব যাতে ৰাজনৈতিক পদ্ধতিৰে কৰা সকলো কাম-কাজৰ ক্ষেত্ৰত সকলো নাগৰিক সদাসতৰ্ক হৈ থাকিব পাৰে।

*যুদ্ধৰ প্ৰস্তুতি মানে শান্তিৰক্ষাৰ প্ৰচেষ্টা— আপুনি এনে এটা কথা কেনেকৈ মানিব বা সমৰ্থন কৰিব?*

— ৰাহুল, এন আই টি , শ্ৰীনগৰ



এই ক্ষেত্ৰত মোৰ দৃষ্টি-ভঙ্গি এনে ধৰণৰ ঃ
বিগত তিনি হাজাৰ বছৰ ধৰি বহু দেশে ভাৰতক নিৰ্বিচাৰ আক্ৰমণ কৰি আহিছে। আলেকজেণ্ডাৰে ভাৰত আক্ৰমণ কৰিছিল। ফ্ৰান্স, ডাচ, পৰ্তুগাল আদিয়ে আমাৰ দেশত উপনিবেশ পাতিছিলহি। আৰু সৌ সিদিনাখনলৈকে আমি বৃটিছৰ শাসনাধীন আছিলো। কিয়?

উন্নয়ন বা বিকাশৰ বাবে ভাৰতক শান্তি লাগে। আমাৰ চৌপাশৰ প্ৰতিবেশী দেশসমূহে আণৱিক অস্ত্ৰ-শস্ত্ৰ মজুত কৰিলে আমি হাত সাৱটি বা তপস্যা কৰি বহি থাকিলে হ'বনে? শক্তিয়েহে শক্তিৰ মোল বুজে। প্ৰতিৰক্ষাৰ নামত যি কৰা হৈছে সেয়া একমাত্ৰ আমাৰ স্বাধীনতাক সুৰক্ষিত কৰাৰ স্বাৰ্থতহে কৰা হৈছে। অতীতত কাহানিও ভাৰতে অন্য দেশ আক্ৰমণ কৰাৰ নজিৰ পাবলৈ নাই। ভৱিষ্যতেও নকৰে। 'প্ৰথমে প্ৰয়োগ নকৰা' (no- first-use)-টোৱেই আমাৰ দেশৰ আণৱিক নীতি। গতিকে দেশৰ প্ৰতিৰক্ষাই যে সৰ্বপ্ৰথম লক্ষ্য সেইটো স্পষ্ট।



*আমাৰ দেশৰ প্ৰগতিৰ সৈতে আপোনাৰ 'ভিজন ২০২০' কিদৰে সম্পৰ্কিত?*

– গুলফিচ্ছন

জমিয়া ছিনিয়ৰ ছেকেণ্ডাৰী স্কুল, দিল্লী

 এখন দাৰিদ্ৰ্যমুক্ত ভাৰতবৰ্ষ নিৰ্মাণ কৰাটোৱেই 'ভিজন ২০২০' ৰ লক্ষ্য আছিল। তাৰ বাবে আমাৰ দেশৰ জি.ডি.পি. বছৰি দহ শতাংশ বাঢ়িব লাগিব আৰু এটা দশক জুৰি সেই মান অটুট ৰাখিব লাগিব। ইয়াৰ বাবে পাঁচটা ক্ষেত্ৰত কেন্দ্ৰীভূত কৰা এখন পথনক্সা বা ৰূপৰেখা প্ৰস্তুত কৰিব লাগিব। সেই ক্ষেত্ৰকেইটা হ'ল— শিক্ষা আৰু স্বাস্থ্যসেৱা; তথ্য আৰু সঞ্চাৰ প্ৰযুক্তি, নিৰ্ভৰযোগ্য আৰু গুণসম্পন্ন বিদ্যুৎ শক্তি, সমগ্ৰ দেশক সাঙোৰা সুবিধাযুক্ত পৰিবহণ ব্যৱস্থা আৰু গুৰুত্বপূৰ্ণ প্ৰযুক্তিৰ ক্ষেত্ৰত আত্মনিৰ্ভৰশীলতা। এই পাঁচটা ক্ষেত্ৰৰ মাজত পাৰস্পৰিক সম্পৰ্ক আছে। ইয়াৰ সমন্বিত বিকাশে দেশৰ খাদ্য, অৰ্থনীতি আৰু জাতীয় সুৰক্ষা নিশ্চিত কৰিব।



সোপাটিলা সামাজিক গাঁথনিৰ বাবেই সন্ত্ৰাসবাদৰ জন্ম হয়। দেশৰ যুৱকসকলক পৰ্যাপ্ত পৰিমাণে নিয়োগৰ সুবিধা দিব পাৰিলে আৰু সম্পদ বিতৰণৰ ক্ষেত্ৰত ভাৰসাম্যহীনতা বা অসমানতা দূৰ কৰিব পাৰিলে সন্ত্ৰাসবাদ নিৰ্মূল কৰিব পৰা যাব।



*এশ কোটি লোকৰ নেতা হিচাপে লাভ কৰা অভিজ্ঞতাৰ ভিত্তিত এই কথাটো কওক— সেইটো এনে কি শক্তি যি মানুহক নিজৰ মঙ্গলতকৈ দেশৰ মঙ্গলক বেছি গুৰুত্ব দিয়াত অনুপ্ৰেৰণা যোগায়?*

— এজন ছাত্ৰ, হোৱাৰ্টন বিজনেছ্ স্কুল
ইউনিভাৰ্ছিটি অব্ পেন্‌ছিল্‌ভেনিয়া,
আমেৰিকা যুক্তৰাষ্ট্ৰ



এইটো বৰ সুন্দৰ প্ৰশ্ন। এইটো হ'ল নেতৃত্বৰ গুণ যি গুণে মানুহক নিজৰ স্বাৰ্থতকৈ দেশৰ স্বাৰ্থক আগত স্থান দিবলৈ অনুপ্ৰেৰিত কৰে। যি জন নেতাই অসফলতাৰ দায়িত্ব নিজে মূৰ পাতি লয় আৰু সফলতাৰ কৃতিত্ব নিজ দলৰ মানুহক দিব পাৰে, কেৱল তেনে নেতাইহে মানুহক উৎসাহিত বা অনুপ্ৰাণিত কৰিব পাৰে।

*মই এজনী আঁঠ বছৰীয়া ছোৱালী। মই ঝাৰখণ্ডৰ দূৰৱৰ্তী ঠাই এখনত বাস কৰোঁ। আমি থকা ঠাইখনত প্ৰায়ে হিংসাত্মক ঘটনা সংঘটিত হৈ থাকে। 'দুৰ্নীতি আৰু বিকৃত দৰ্শনত বিশ্বাস' — ইয়েই হিংসাত্মক ঘটনাৰ মূল কাৰণ বুলি মই ভাবোঁ। সমাজৰ পৰা দুৰ্নীতি নিৰ্মূলি কৰাৰ বাবে আমাৰ চৰকাৰে কি ব্যৱস্থা হাতত লৈছে?*

— ৰিয়া সিন্‌হা, উৰ্ছুলিন্ কন্‌ভেন্ট্ স্কুল, ৰাঁচী



দুটা উপায়েৰে আমাৰ সমাজৰ পৰা দুৰ্নীতি নিৰ্মূল কৰিব পৰা যাব বুলি মোৰ বিশ্বাস। প্ৰথম— আমি সংসদ আৰু বিধান সভাবোৰলৈ সৎ আৰু উপযুক্ত প্ৰতিনিধিক নিৰ্বাচিত কৰিব লাগিব। দুই— নৈতিকতাসৰ্বস্ব বা ন্যায়নিষ্ঠ ঘৰৰ পৰাই দুৰ্নীতিমুক্ত সমাজৰ আৰম্ভণি। মোৰ মতে একমাত্ৰ তিনিজন লোকেহে দুৰ্নীতিক নিৰ্মূল কৰিব পাৰে। পিতৃ-মাতৃ আৰু প্ৰাথমিক বিদ্যালযৰ শিক্ষাগুৰুৱে। শিশু হিচাপে তোমালোকে নিজৰ ঘৰখনত সংঘটিত হোৱা ভুল বা অনৈতিক কাম-কাজবিলাক আঙুলিয়াই দিব পাৰা। শিশুৰ প্ৰতি থকা মৰম-চেনেহৰ বাবে নিশ্চয় পৰিৱৰ্তন আহিব।

*আমাৰ দেশখনত পোন্ধৰ-যোলটা ৰাজনৈতিক দলে নিৰ্বাচন খেলে। তেনেস্থলত ভাৰতবৰ্ষক এখন প্ৰকৃত গণতান্ত্ৰিক দেশ বুলি কেনেকৈ ক'ব পাৰি?*

— আয়ুষ কালা

চি এন আই বইজ ইন্টাৰ কলেজ, ডেৰাডুন



এৰা, আমাৰ দেশত বিৰাজ কৰা ঐক্য আৰু বৈসাদৃশ্যৰ মাজতেই নিহিত আছে গণতন্ত্ৰৰ প্ৰকৃত সৌন্দৰ্য। নিজে সৎ বা ভাল বুলি ভবা পথ অনুসৰণ কৰাৰ সকলো ব্যক্তিৰ অধিকাৰ আছে। দেশ যিহেতু উন্নত হ'বলৈ ধৰিছে অৱশেষত দুই দলীয় পদ্ধতিৰ আগমন ঘটিবই।

*আজিৰ পৰা এশ বছৰ পিছত ভাৰতবৰ্ষৰ শ্ৰীচেহেৰা কেনেকুৱা হ'বগৈ বুলি আপুনি ভাবে?*

— সুকুমাৰ

এল্‌কন্ পাব্‌লিক স্কুল, নতুন দিল্লী



মই ভাবোঁ, এশ বছৰ পিছত তিনিটা প্ৰধান বৈশিষ্ট্য গুৰুত্বপূৰ্ণ বিবেচিত হ'ব। প্ৰথম— সহস্ৰাধিক বৰ্ষৰ আগতে বিহাৰৰ নালন্দা বিশ্ববিদ্যালয় যেনেকুৱা আছিল সমগ্ৰ দেশৰ শিক্ষা ব্যৱস্থাও তেনেকুৱা সুদৃঢ় আৰু শক্তিশালী হ'ব। আমাৰ শিক্ষা প্ৰতিষ্ঠানসমূহৰ গৱেষণাৰ সম্ভাৱনীয়তা বা সা-সুবিধাই বিদেশৰ মানুহক আকৰ্ষণ কৰিব। দ্বিতীয়— পৃথিৱীৰ সম্পদৰ বিলুপ্তি ঘটিব পাৰে। তেতিয়া ইযাৰ চাৰিওফালে আৱৰ্তিত হৈ থকা বিশাল অৱয়বৰ উপগ্ৰহবিলাকে মাইক্ৰ'ৱেভৰ জৰিয়তে সৌৰশক্তি প্ৰদান কৰিব। তৃতীয়— মানৱ জাতিয়ে তেতিয়ালৈকে মঙ্গল গ্ৰহত থিতাপি লবগৈ পাৰে। আৰু ঠিক নাই, তোমালোকৰ কিছুমানেও চাগৈ তালৈ ঢাপলি মেলিবা!

*গ্ৰামীণ ভাৰতবৰ্ষৰ উন্নয়নত বিশ্বায়ন (গ্লোবেলাইজেশ্যন)-এ কেনে ভূমিকা পালন কৰিব পাৰে?*

— বৰুণ শ্ৰীবাস্তৱ

এম জি আৰ এডুকেশ্যনেল এণ্ড ৰিছাৰ্ছ্ ইন্‌ষ্টিটিউট

চেন্নাই



অৰ্থনীতিৰ সামগ্ৰিক বিকাশত বিশ্বায়নে গুৰুত্বপূৰ্ণ ভূমিকা ল'ব পাৰে। কাৰণ বিশ্বাযনে প্ৰতিযোগিতাৰ জন্ম দিযে। আমাৰ দেশৰ উদ্যোগসমূহে যদি জ্ঞানৰ সৈতে সম্বন্ধিত উৎপাদসমূহ উৎপাদিত আৰু উন্নীত কৰাত গ্ৰামীণ ভাৰতক ব্যৱহাৰ কৰিব পাৰে তেতিযা হ'লে ভাৰতত উৎপাদিত সামগ্ৰীসমূহে আন্তৰ্জাতিক বজাৰৰ মান আৰু চাহিদা পূৰণ কৰিব পাৰিব। ইযাৰ জৰিযতে গ্ৰামীণ ক্ষেত্ৰসমূহত সংস্থান বৃদ্ধি হ'ব আৰু গ্ৰামীণ ভাৰতৰ বিকাশৰ গতিও ক্ষিপ্ৰতৰ হ'ব।

*এহাতে গোলকীকৰণ, ব্যক্তিগতকৰণ, অৰ্থনৈতিক সংস্কাৰ, আনহাতে বৰ্ধিত জনসংখ্যা আৰু নিবনুৱা সমস্যা— ইবোৰৰ মাজত কিদৰে সমন্বয় সাধন কৰিব পৰা যাব?*

— অভিষেক এছ. দেশপাণ্ডে

সিংৰুৰ


আমি গোলকীকৰণ, ব্যক্তিগতকৰণ আৰু অৰ্থনৈতিক সংস্কাৰৰ পৰিণতি লাভ কৰিছোঁ। তোমালোকে জানা— আমাৰ জিডিপি সাত-আঁঠ শতাংশ হাৰত বাঢ়ি আছে। কৃষি, উৎপাদন কেন্দ্ৰ আৰু সেৱা উদ্যোগ সকলোৰে উন্নতি ঊৰ্ধ্বমুখী হৈছে। এতিয়া সংস্থানৰ সুবিধাও ব্যাপক হাৰত বাঢ়িব। তদুপৰি, অলপতে চৰকাৰৰ দ্বাৰা অনুমোদিত PURA (Providing Urban Amenities in Rural Areas - গ্ৰামীণ ক্ষেত্ৰত নগৰীয়া সা-সুবিধা প্ৰদান) কৰ্মসূচী আৰু উন্নয়নমুখী সেৱাক্ষেত্ৰ দুয়োটাতে গাঁৱৰ মানুহৰ বাবে নতুন উদ্যোগ আৰু সংস্থানৰ সুযোগ সৃষ্টি কৰিব।

*ভাৰতৰ ব্যৱসায়-বাণিজ্যৰ ক্ষেত্ৰত বৈদেশিক বিনিয়োগ সম্পৰ্কে আপোনাৰ দৃষ্টিভঙ্গি কি?*

— পঙ্কজ শ্ৰীবাস্তৱ

হাৰ্টন্ বিজনেছ্ স্কুল

ইউনিভাৰ্ছিটি অব্ পেন্‌ছিল্‌ভেনিয়া

আমেৰিকা যুক্তৰাষ্ট্ৰ


দুয়োখন দেশে লাভজনক স্থিতি লাভ কৰিলে আমি নিশ্চয় বৈদেশিক বিনিয়োগক আদৰণি জনাম। লাভ-লোকচানৰ প্ৰশ্ন আহিলেহে সমস্যাৰ উদ্ভৱ হয়।

*বৰ্তমান বিশ্বায়নৰ যুগত চৰকাৰী হস্তক্ষেপ আৰু ৰাজহুৱা খণ্ড— এই দুয়োটাই ব্যক্তিগত খণ্ডৰ বশ হোৱা নাইনে? একে সময়তে অৱশ্যে চৰকাৰী আৰু ৰাজহুৱা খণ্ডৰ সামাজিক হিতৰ প্ৰতি দায়িত্বও লঘু কৰিব নোৱাৰি। এই ক্ষেত্ৰত আপোনাৰ মতামত কি?*

—কুনল কুম্ভট
নেশ্যনেল ল ইউনিভাৰ্ছিটি, যোধপুৰ



গোলকীকৰণ হোৱা বিশ্বত চৰকাৰ, ৰাজহুৱা খণ্ড আৰু ব্যক্তিগত খণ্ড আটায়ে দেশক অৰ্থনৈতিকভাৱে টনকিয়াল আৰু সুদৃঢ় কৰাৰ বাবে পৰস্পৰৰ সহযোগী হিচাপে কাম কৰিব লাগিব। এটা আনটোতকৈ সৰু বা ডাঙৰ নহয়। আটায়ে নিজৰ নিজৰ ভূমিকা পালন কৰিব লাগিব। এটা কথা আটায়ে মনত ৰাখিব লাগিব যে ৰাষ্ট্ৰ সদায় ব্যক্তিবিশেষ বা সংগঠনৰ ঊৰ্ধ্বত।

*আপুনি 'সৰ্বধৰ্ম' সমাজৰ সমৰ্থক বা পৃষ্ঠপোষক নেকি? ভিন্ ভিন্ ধৰ্মৰ সমন্বয় স্বপ্ন নে বাস্তৱ?*

— ৰোহিত মিশ্ৰ
জে এছ. এছ. মেডিকেল কলেজ, মহীশূৰ



এৰা, ধৰ্মসমূহ প্ৰকৃত দ্বীপৰ দৰে। দয়া-মৰমৰ জৰিয়তে এটা ধৰ্মক আন এটা ধৰ্মৰ সৈতে যুক্ত কৰিব পাৰিলে আমি নিশ্চয় ধৰ্মীয় সমন্বয় আৰু চিৰস্থায়ী শান্তি লাভ কৰিব পাৰিমহঁক।

*আধ্যাত্মিকতা ভাৰতবৰ্ষৰ অন্যতম শক্তি। আমাৰ দেশে ক্ৰমান্বয়ে উন্নতি কৰি দিনে দিনে বেছি বস্তুবাদী হৈ গৈ আছে। তেনেস্থলত আধ্যাত্মিকতা বৰ্তাই ৰখাৰ বাবে আপুনি কি পৰামৰ্শ দিব বিচাৰে?*

— বালাজী ত্যাগৰাজন
ৱাৰ্টন্ বিজনেছ স্কুল, ইউনিভাৰ্ছিটি
অব্ পেন্‌ছিল্‌ভেনিয়া, আমেৰিকা যুক্তৰাষ্ট্ৰ



**যৌথ পৰিয়াল ব্যৱস্থা আমাৰ অন্যতম শক্তি। এই ব্যৱস্থাত কোনো সমস্যাৰ জটিলতা নাথাকে। আনহাতে অতি ক্ষুদ্ৰ পৰিয়ালৰ সমস্যাই পৰিযাল একোটাৰ সৰ্বনাশ কৰিব পাৰে। আমাৰ দেশখন ভিন ভিন ধৰ্মৰ দেশ। মোৰ মতে ধৰ্মবোৰ বাগিচাৰ দৰে— কেৱল ইখনৰ সৈতে সিখন বাগিচাক সংযুক্ত কৰিব লাগে। প্ৰত্যেক ধৰ্মৰ মূল নীতি হ'ল— দয়া আৰু প্ৰেম। আমি ধৰ্মক আধ্যাত্মিক শক্তিলৈ ৰূপান্তৰিত কৰিব পাৰিলে লক্ষ্যত উপনীত হ'ব পাৰিম।**

*ভাৰতবৰ্ষ এখন বহুভাষী আৰু বহুজাতিক দেশ। ইয়াত ধৰ্মও অনেক। সেইবাবে দেশৰ মানুহৰ মাজত একতা থকাটো অত্যন্ত প্ৰয়োজনীয় বুলি আপুনি নাভাবেনে? কিদৰে সেই একতা লাভ কৰিব পৰা যাব?*

— শুভজিৎ গাঙ্গুলী
কলকাতা



**সহিষ্ণুতাই সদ্‌ভাৱ আৰু সমন্বয়ৰ মূল। আমি দেশ, জাতি, ধৰ্ম আৰু ভাষাৰ বৈচিত্ৰ্যৰ মাজতেই একতাৰ ধাৰণাক পালন-পোষণ কৰিব লাগিব। সমাজত শান্তি স্থাপনৰ বাবে বিভাজনমুখী শক্তিবিলাকক সংযোজক শক্তিৰ দৰে এক বিন্দুত মিলিত কৰিব লাগিব। ব্যক্তি, ধৰ্ম অথবা সংগঠনতকৈ ৰাষ্ট্ৰৰ স্থান উৰ্দ্ধত। এই কথা মনত ৰাখি আমি একেলগে কাম কৰিলে আমাৰ মানুহৰ মাজত একতা আহিব।**



কেৱল সীমাবৰ্জিত মন বা
মানসিকতাইহে জাতি-ধৰ্ম-সম্প্ৰদায়ৰ
বিভাজন নথকা এখন চাৰিসীমাবিহীন
সমাজ নিৰ্মাণ কৰিব পাৰে।

*সম্প্ৰতি বহিঃশত্ৰুতকৈ আভ্যন্তৰীণ শত্ৰু অধিক শক্তিশালী হোৱা যেন বোধ হৈছে। ইয়াৰ ফলত আপাততঃ দুৰ্বল শত্ৰুৱেও সুবিধা লাভ কৰি আহিছে। আমাৰ সভ্যতাৰ ইতিহাসত প্ৰতিফলিত হোৱা এনে বহু দৃষ্টান্ত আছে যে আমাৰ নিজৰ মানুহেই বহিঃশত্ৰুৰ লগত হাত মিলাইছে। এইটোৱেই আমাৰ সামগ্ৰিক পতনৰ কাৰণ। আমাৰ সভ্যতাৰ এনে ছিদ্ৰৰ কাৰণ কি বুলি আপুনি ভাবে আৰু তাক প্ৰতিহত কৰাৰ উপায় কি?*

—কেপ্তেইন বীৰেন্দ্ৰ কুমাৰ
নেভেল হাযাৰ কমাণ্ড্ কোৰ্ছ, মুম্বাই



এৰা, আভ্যন্তৰীণ শত্ৰুৰ বাবেই আমি সদায় পৰাভূত হৈ আছো— ইতিহাস ইযাৰ সাক্ষী। আমাৰ ভিতৰৰ শত্ৰুবিলাকক আঁতৰ কৰাৰ বাবে আমাৰ অন্তৰত সদাচাৰ থাকিব লাগিব। তলৰ স্তৱটোত তাৰ প্ৰতিফলন ঘটিছে ঃ

হৃদযত যদি সদাচাৰ থাকে
চৰিত্ৰত থাকে সৌন্দৰ্য।
চৰিত্ৰত যদি সৌন্দৰ্য থাকে
ঘৰত সুখ-শান্তি বিৰাজ কৰে।
ঘৰখনত যদি সুখ-শান্তি থাকে
দেশত বিৰাজ কৰে শৃঙ্খলা।
দেশত যদি শৃঙ্খলা থাকে
শান্তি আহিব সমগ্ৰ বিশ্বত!!

হৃদয়, চৰিত্ৰ, ৰাষ্ট্ৰ আৰু বিশ্বৰ মাজত এক সুন্দৰ সংস্পৰ্শ থাকে। সমাজৰ সকলো উপাদানৰ মাজত আমি সদাচাৰ সৃষ্টি কৰিব লাগিব। সামগ্ৰিকভাৱে সমাজখনক সদাচাৰী কৰাৰ বাবে আমি পৰিয়াল, শিক্ষা, চাকৰি বা সেৱা, বৃত্তি, ব্যৱসায আৰু উদ্যোগ, অসামৰিক প্ৰশাসন, ৰাজনীতি, চৰকাৰ, আইন-কানুন আৰু ন্যায়— সকলোতে সদাচাৰৰ সৃষ্টি কৰিব লাগিব।

সমাজৰ সকলো স্তৰতে সদাচাৰৰ অনুশীলন কৰাৰ উপৰিও বিকশিত ভাৰতবৰ্ষৰ স্বপ্ন বাস্তৱায়িত কৰাৰ বাবে মনত অদম্য শক্তি আহৰণ কৰিব লাগিব।

*আজিৰ উপভোক্তাৰ যুগত ভগৱৎ গীতাৰ 'নিষ্কাম কৰ্মযোগ' কিমান দূৰ প্ৰাসঙ্গিক বুলি আপুনি ভাবে?*

—নব্‌ধা পাণ্ডে

উত্তৰাঞ্চল সংস্কৃত একাডেমী, ডেৰাডুন



গীতাৰ বাণীসমূহ সকলো সময়তে প্ৰাসঙ্গিক। নিষ্কাম কৰ্মই সদায় ব্যক্তি, পৰিয়াল, সমাজ আৰু ৰাষ্ট্ৰৰ সুখ-শান্তি- সমৃদ্ধি নিশ্চিত কৰে। স্বাৰ্থপৰতাৰ পৰিণাম হ'ল বিপদ আৰু বিনাশ।

প্ৰণালীৱদ্ধ শক্তিশালী মনৰ
সামুহিক চিন্তনেই হৈছে এখন
ৰাষ্ট্ৰৰ মুল শক্তি।

*ভাৰতবৰ্ষত ৰাজহুৱা বিষয়বোৰৰ ক্ষেত্ৰত দায়িত্বভাৰ লোৱা মানসিকতাৰ কিছু অভাৱ পৰিলক্ষিত হয়। এই বস্তুটো চৰকাৰৰ— এই ধাৰণাটোক সহজাতভাৱে সামন্তবাদী, শোষকৰ দৃষ্টিৰে চোৱা হয়। ৰাজহুৱা বিষয়ত সামূহিক দায়িত্বৰ ধাৰণাৰ যি অভাৱ সেয়া সম্ভৱ আমাৰ ইতিহাসৰ সামন্তবাদৰেই উত্তৰাধিকাৰ। আধুনিক ভাৰতবৰ্ষই কেনেকৈ নিজক জাতিভেদ, সামন্তবাদ আৰু সঙ্কীৰ্ণ প্ৰাদেশিকতাৰ যুঁৱলীৰ পৰা মুক্ত কৰিব পাৰিব? আমাৰ সভ্যতা-সংস্কৃতিৰ পৰম্পৰা বা মূল্যবোধে সভ্যতাৰ এই গুৰুভাৰ বা বোজাবোৰ আঁতৰ কৰাত সহায় কৰিবনে?*

—কেপ্তেইন ও জনছন
নেভেল হায়াৰ কামাণ্ড্ কোৰ্ছ, মুম্বাই



আমাৰ সভ্যতাৰ মূল্যবোধে আমাক এই শিক্ষা দিছে যে আমি স্বাৰ্থান্ধ হ'ব নালাগে আৰু আনৰ দুখ-কষ্ট লাঘৱ কৰাৰ চেষ্টা কৰিব লাগে। এই মূল্যবোধ ঘৰ আৰু বিদ্যালয়ত দিয়া শিক্ষাৰ পৰাই ওপজে।

এইখিনিতে মহাত্মা গান্ধীক মাকে দিয়া উপদেশ এটিৰ কথা মোৰ মনত পৰিছে। মাকে কৈছিল, "বাছা। তোমাৰ ওৰেটো জীৱনত তুমি যদি কাৰোবাৰ জীৱন বচাব পাৰা বা তেওঁৰ হিত সাধন কৰিব পাৰা তেনেহ'লে তোমাৰ মানৱ জীৱন সম্ফল হ'ব। তুমি তেতিয়া সৰ্বশক্তিমান ঈশ্বৰৰ কৃপা লাভ কৰিবা।"

মাকৰ এই উপদেশটোৱে গান্ধীজীৰ জীৱনত গভীৰ প্ৰভাৱ পেলাইছিল আৰু সিয়েই তেওঁক সমগ্ৰ জীৱন জুৰি মানৱতাৰ কল্যাণৰ হকে কাম কৰি যাবলৈ অনুপ্ৰেৰণা যোগাইছিল। ভাৰতৰ প্ৰতিজন নাগৰিকে এই উপদেশ পালন কৰা উচিত।

*ভাৰতবৰ্ষ কেনেকৈ বিশ্বৰ ভিতৰত জ্ঞানৰ কেন্দ্ৰ হ'ব পাৰিব? ভাৰত আৰু বিশ্বৰ পৰা দৰিদ্ৰতা দূৰ কৰাত ই কেনেধৰণে সহায় কৰিব?*

— ছমচেৰ সিং

ইণ্ডিয়ান ইনষ্টিটিউট্ অব্ ইন্‌ফৰমেশ্যন্ টেক্‌নলজী, এলাহাবাদ



ভাৰতবৰ্ষ লাহে লাহে ঔদ্যোগিক অৰ্থনীতিৰ পৰা জ্ঞান আধাৰিত অৰ্থনীতিলৈ যাব লাগিব য'ত মানুহৰ পূৰ্ণ বিকাশ বা উন্নয়নৰ বাবে মৌলিক আৱশ্যকতাসমূহ উপলব্ধ কৰাৰ বাহিৰেও মানুহক শক্তিশালী কৰাৰ ওপৰত জোৰ দিব লাগিব। শিক্ষা পদ্ধতি সৃষ্টিশীল,পাৰস্পৰিক সম্পৰ্ক থকা আৰু স্ব-শিক্ষণ ব্যৱস্থাক প্ৰোৎসাহিত কৰা হ'ব লাগিব। শিক্ষা কেৱল পাঠ্যপুথিসৰ্বস্ব হোৱাৰ সলনি প্ৰমূল্য, উৎকৰ্ষতা বা বুদ্ধি-বৃত্তি আৰু গুণৰ ওপৰত গুৰুত্ব দিয়া হ'ব লাগিব। শ্ৰমিকসকলক কেৱল কুশল বা দক্ষ আৰু অৰ্ধকুশলী হিচাপে বৰ্গীকৃত কৰাৰ পৰিৱৰ্তে তেওঁলোক কুশলী, জ্ঞান-বুদ্ধি থকা আৰু স্বাধিকাৰ সাব্যস্ত কৰা লোক হ'ব লাগিব। কামৰ ধৰণ অব্যৱস্থিত আৰু যন্ত্ৰ আধাৰিত হোৱাৰ সলনি ব্যৱস্থিত বা সংগঠিত হ'ব লাগিব। প্ৰবন্ধন নিৰ্দেশাত্মক হোৱাৰ পৰিৱৰ্তে হস্তান্তৰ কৰিব পৰা বিধৰ হ'ব লাগিব। পৰ্যাবৰণ আৰু শক্তিৰ ওপৰত নকাৰাত্মক প্ৰভাৱ তেনেই তাকৰ হ'ব।



*তাজমহল, ভাক্রা নাঙ্গল বান্ধ, অগ্নি-৩ ক্ষেপণাস্ত্র— ভাৰতবৰ্ষৰ বাবে কোনটো বেছি গুৰুত্বপূৰ্ণ?*

— মুনীসা তনবীৰ্
মদিনা স্কুল, হাযদৰাবাদ



তাজমহল হ'ল কলাত্মক সৌন্দৰ্যৰ ৰূপ। ভাক্রা নাঙ্গল বান্ধে অৰ্থনৈতিক বিকাশ ঘটাইছে। অগ্নি-৩ ক্ষেপণাস্ত্ৰৰ প্ৰয়োজন দেশৰ প্ৰতিৰক্ষাৰ বাবে। তুমি কোনোটো বাদ দিব নোৱাৰা বা এটাৰ সলনি আনটোক ল'ব নোৱাৰা।

*হিংসাৰ আতঙ্কই বাক্‌স্বাধীনতাৰ অধিকাৰৰ সাৰ্থক প্ৰয়োগ ব্যাহত কৰিছে। আপোনাৰ মতে এই অধিকাৰ প্ৰয়োগৰ ক্ষেত্ৰত কিবা সীমা বা বাধ্যবাধকতা থকা উচিতনে? যদি উচিত, কিহৰ ভিত্তিত?*

— মানসী পৰাশৰ
ইন্দ্ৰপ্ৰস্থ কলেজ ফৰ উইমে'ন, দিল্লী



আমি হিংসা-সন্ত্ৰাসক ভয় কৰিব নালাগে। যি কোনো উপায়ে হিংসা ৰোধ কৰিব লাগিব। মানুহৰ মুক্ত মনে নিজৰ অভিমত ব্যক্ত কৰাৰ অধিকাৰ আছে। কাৰণ সক্ৰিয় গণতন্ত্ৰৰ ইয়েই বুনিয়াদ।

*আমাৰ দেশত দুৰ্নীতিৰ ইমান পয়োভৰ কিয়?*

— সন্দীপ উপাধ্যায়
ইন্দোৰ



উপাৰ্জনৰ অসমানতা, সম্ভৱপৰ সকলো বস্তুকে লাভ কৰাৰ বাসনা বা লোভ আৰু আনৰ সমস্যা বা দুখ-কষ্টৰ প্ৰতি উদাসীনতা— এইবোৰেই দুৰ্নীতিৰ কিছুমান কাৰণ।

*ভৱিষ্যতে কোনোবা দিনাখন কাশ্মীৰ বিবাদৰ ক্ষেত্ৰত ভাৰত আৰু পাকিস্তান পাৰস্পৰিক বুজাবুজিত উপনীত হ'ব পাৰিবনে?*

— অভিজিৎ সিং
ডি এ ভি ইন্‌ষ্টিটিউট অব্ ইঞ্জিনীয়াৰিং এণ্ড
টেক্‌ন'লজী, জলন্ধৰ



এই প্ৰসঙ্গত মই বুৰঞ্জীৰ পৰা দুটা উদাহৰণ দিওঁ ঃ

ইউৰোপৰ ৰাষ্ট্ৰসমূহে কেবা শতিকা ধৰি পৰস্পৰে পৰস্পৰৰ লগত যুঁজ-বাগৰ কৰি আছিল। তাৰ ফলত দুখনকৈ বিশ্বযুদ্ধও লাগিল। সম্প্ৰতি ইউৰোপৰ সাতাইছখন দেশে হাত মিলাই ইউৰোপীয়ান ইউনিয়ন গঠন কৰিছে। এতিয়া তেওঁলোকৰ এখন 'কমন পাৰ্লিয়ামেন্ট' আছে যি সামূহিক অৰ্থনৈতিক উন্নয়ন পৰিচালনা কৰাৰ উপৰি গাইগুটীয়া ভাৱেও ৰাজ্যসমূহৰ বিকাশ সুনিশ্চিত কৰে।

আনহাতে আমেৰিকা যুক্তৰাষ্ট্ৰ (USA) আৰু পূৰ্বৰ সংযুক্ত ছোভিয়েট প্ৰজাতন্ত্ৰ (USSR) উভয়ে প্ৰায় পঞ্চাছ বছৰ ধৰি 'শীতল যুদ্ধ'ত লিপ্ত আছিল আৰু উভয়ে দহ সহস্ৰাধিক 'নিউক্লিয়াৰ্ ওৱাৰ্হেড্'[1] মজুত কৰিছিল। কিন্তু এতিয়া উভয়ে আলোচনাৰ মেজত বহিছে আৰু একেলগে বিশ্বশান্তিৰ কথাও আলচ কৰিছে।

এই দুটা উদাহৰণৰ পৰা এইটো স্পষ্ট হয় যে পৰিৱৰ্তিত পৰিস্থিতিত ৰাষ্ট্ৰসমূহৰ পাৰস্পৰিক সম্পৰ্কৰো পৰিৱৰ্তন ঘটিব পাৰে।

---

১ ওৱাৰ্হেড্ (worhead) ক্ষেপণাস্ত্ৰ, টৰ্পেড' আদিৰ মূৰৰ বিস্ফোৰক বা বোমা অংশ ঃ বিস্ফোৰকশীৰ্ষ।

*ভাৰতবৰ্ষক উন্নত দেশলৈ ৰূপান্তৰিত কৰাৰ ক্ষেত্ৰত মানৱীয় মূল্যবোধ আৰু সংস্কৃতিৰ ভূমিকা কি হ'ব? সেই লক্ষ্য পূৰণৰ বাবে সাধাৰণ ব্যক্তি একোজনে নিজৰ দৈনন্দিন জীৱন যাপন কালত কি ব্যৱস্থা ল'ব পাৰে?*

— সুধীৰ, ইণ্ডিয়ান ইন্‌ষ্টিটিউট্ অব্ ছাইন্স্
বাংগালোৰ



ভাৰতবৰ্ষক উন্নত দেশলৈ ৰূপান্তৰিত কৰাৰ বাবে আমি যি আদৰ্শক সাৰোগত কৰি ল'ব লাগিব সেয়া হ'ল নৈতিকতা বা নীতিনিষ্ঠতা। সৰ্বসাধাৰণ লোকৰ মনত এই নৈতিকতাৰ ভাব জগাই তোলাৰ বাবে যুৱকসকলে এটা কাম কৰিব লাগিব। তেওঁলোকে নিজৰ মাক-বাপেকক প্ৰভাৱিত কৰি নিজ পৰিয়ালটোক নীতিনিষ্ঠ বা ন্যায়পৰায়ণ কৰিব লাগিব। মই এটা কথা ন-দি ক'ব পাৰো যে যুৱকসকলে এই কামৰ দায়িত্ব মূৰ পাতি ল'লে সমগ্ৰ দেশখন ন্যায়পৰায়ণ হ'ব আৰু অচিৰেই ভাৰতবৰ্ষ এখন উন্নত দেশ হ'ব।



*মানুহ শান্তিৰে জীয়াই নাথাকে কিয়? মন্দিৰ-মছজিদক লৈ মানুহ অনবৰত পৰস্পৰৰ মাজত কাজিয়া-পেছালত লিপ্ত হৈছে। এই ক্ষেত্ৰত আপুনি কিবা এটা কৰিব নোৱাৰেনে? পৃথিৱীখন বাসোপযোগী কৰাৰ বাবে আপুনি আইন পাছ কৰিব বা আইন-কানুনৰ জৰিয়তে বাধা-নিষেধ আৰোপ কৰিব নোৱাৰে নে?*

— সাৰা আৰু
অল্ ছেইন্টছ্ এণ্ড ছেৰ্‌উদ্ কলেজ, নাইনিতাল



সাধাৰণতে অনুন্নত মনৰ মানুহবিলাকেই পাৰ্থক্য বা বিভাজনৰ সৃষ্টি কৰে। উন্নত মনৰ মানুহে স্বপ্ন বা ভৱিষ্যৎ পৰিকল্পনা কৰে। তেতিয়াই এই পাৰ্থক্যবোৰ অন্তৰ্হিত হয়।

শিক্ষাই মানুহক এক মহান আত্মা আৰু সমগ্ৰ বিশ্বৰ বাবে সম্পদ হিচাপে চিহ্নিত হ'ব পৰাকৈ পৰিপূৰ্ণ ব্যক্তিত্বসম্পন্ন মানৱ-জীৱলৈ ৰূপান্তৰিত কৰে। প্ৰকৃত শিক্ষাই মানুহৰ মৰ্যাদা বা গৰিমা, আত্মাভিমান বা আত্মগৌৰৱ আদি বঢ়ায় আৰু বিশ্বভ্ৰাতৃত্বক উৎসাহিত কৰে।

প্ৰকৃতাৰ্থত শিক্ষা হ'ল সত্যৰ অন্বেষণ। এই অন্বেষণৰ মূল হোতা হ'ল ওজাদেউ, যিজনে সদায় নিজৰ জ্ঞানৰ ভাণ্ডাৰ নিত্য নতুন তথ্যৰে পৰিপূৰ্ণ কৰি ৰাখে। তেওঁৰ ছাত্ৰ-ছাত্ৰীসকলে তেওঁক 'চলন্ত বিশ্বকোষ' বুলি, মৰম-চেনেহৰ ফোৰাৰা বা প্ৰস্ৰৱন আৰু সৰ্বোপৰি তেওঁলোকৰ আদৰ-যত্ন বা চোৱাচিতা কৰা লোক বুলি গণ্য কৰে।

শিক্ষকৰ পৰিচালনাত প্ৰতিজন ব্যক্তিয়ে যদি শিক্ষাৰ প্ৰকৃত মূল্য অনুধাৱন কৰিব পাৰে আৰু মানৱ কাৰ্যক্ৰমৰ প্ৰতিটো ক্ষেত্ৰলৈ তাক প্ৰসাৰিত কৰিব পাৰে তেনেহ'লে পৃথিৱীখন বাসোপযোগী সুন্দৰ ঠাই হৈ পৰিব।

সাম্প্ৰতিক সময়ৰ যুৱ সম্প্ৰদায়ে এনে এক শিক্ষাব্যৱস্থা বিচাৰে যি শিক্ষাব্যৱস্থা তেওঁলোকৰ উদ্ভাৱনী আৰু সৃষ্টিশীল মনৰ খোৰাক আৰু প্ৰত্যাহ্বান হ'ব পাৰে। তেওঁলোক হ'ল কালিৰ অৰ্থাৎ ভৱিষ্যৎ নিৰ্মাতা আৰু তেওঁলোকে আজিয়েই সেই কথাটো চিন্তা কৰিব বিচাৰে। সজ শিক্ষাপদ্ধতিয়ে তেওঁলোকৰ অতৃপ্ত জ্ঞানৰ ক্ষুধা নিবাময় কৰিব পাৰিব লাগিব।

এখন বিকশিত ভাৰতবৰ্ষৰ সামাজিক আৰু কাৰিকৰী আৱশ্যকতাৰ প্ৰতি সংবেদনশীল পাঠ্যক্ৰম যুগুতাই উলিওৱাৰ প্ৰতি শিক্ষা প্ৰতিষ্ঠানসমূহ তৎপৰ হ'ব লাগিব। বৰ্তমানৰ পাঠ্যক্ৰমৰ লগত বিদ্যাৰ্থীসকলৰ কাম-কাজ সন্ধিহীনভাৱে সঙ্গত বা সম্পৃক্ত কৰিব লাগিব যাতে আমাৰ সমাজৰ ভাবী সদস্যসকল সমাজ পৰিৱৰ্তনৰ সকলো পৰ্যায়ত সম্পূৰ্ণ পৰিপুষ্ট হ'ব পাৰে।



*প্ৰকৃততে শিক্ষা কি? শিক্ষা মানে কেৱল পুথি অধ্যয়ন বা বিদ্যালয়লৈ যোৱাটোকে বুজায় নেকি? নে শিক্ষা মানে জ্ঞান আহৰণ?*

— অনুজ গোৱেল
লা মাৰ্টিনিয়াৰ গাৰ্লছ্ কলেজ, লক্ষ্ণৌ



শিক্ষাৰ লক্ষ্য হ'ল এখন সচেতন বা প্ৰবুদ্ধ সমাজ নিৰ্মাণ কৰা।

সচেতন সমাজৰ তিনিটা উপাদান আছে। এক— মূল্যবোধসৰ্বস্ব শিক্ষা; দুই— আধ্যাত্মিক শক্তিলৈ ৰূপান্তৰিত হোৱা শিক্ষা; তিনি— অৰ্থনৈতিক বিকাশ বা উন্নয়ন। বিদ্যালয়লৈ পঠিওৱা মানেই যুৱ সমাজক প্ৰবুদ্ধ সমাজৰ অঙ্গ হিচাপে গঢ়ি তুলিবলৈ শক্তি যোগোৱা যাতে তেওঁলোকে নিজৰ বিকাশৰ উপৰি দেশৰ উন্নতিতো বৰঙনি যোগাব পাৰে।

*ভাল ছাত্ৰ হোৱাৰ বাবে আমি কিমান সময় আত্মনিয়োগ কৰিব লাগিব?*

— ডি. এন যোশী
কেন্দ্ৰীয় বিদ্যালয়, আলমোৰা



ছাত্ৰ এজনৰ শিক্ষণ প্ৰক্ৰিয়াৰ দুটা পৰ্যায়ত গুৰুত্ব দিব পাৰিলেই তেওঁ এজন ভাল ছাত্ৰৰ কৃতিত্ব লাভ কৰিব। এটা হ'ল জ্ঞানৰ আহৰণ আৰু আনটো হ'ল সৎ মূল্যবোধ পদ্ধতি লাভ।

*বৰ্তমানৰ প্ৰজন্মটো অত্যধিক কামৰ বোজাৰে ভাৰাক্ৰান্ত বুলি আপুনি নাভাবেনে? বিদ্যালয়ৰ পৰীক্ষাৰ ফলাফল ভাল কৰাৰ বাবে তেওঁলোকে পিতৃ-মাতৃ আৰু শিক্ষকৰ পৰা হেঁচা নাপায়নে? এনে অৱস্থাৰ সৈতে ল'ৰা-ছোৱালীয়ে কিদৰে নিজক খাপ খুৱাব পাৰিব বুলি ভাবে?*

— মাষ্টাৰ দেৱাঙ্গ পাণ্ডে
সন্দীপনী, নাগপুৰ

এৰা, ল'ৰা-ছোৱালীৰ মাক-বাপেকক লগ পালে মই তেওঁলোকক সততে এইবুলি পৰামৰ্শ দিওঁ যে তেওঁলোকৰ সন্তানবিলাকৰ শিক্ষাৰ ১০+২ স্তৰৰ পিছত নিজৰ পছন্দৰ বিষয় নিৰ্বাচন কৰাৰ স্বাধীনতা দিব লাগে— সেইটো অত্যন্ত গুৰুত্বপূৰ্ণ কথা। এইদৰে পিতৃ-মাতৃয়ে নিজ সন্তানৰ বিকাশৰ ক্ষেত্ৰত গুৰুত্বপূৰ্ণ অৱদান আগবঢাব পাৰে। অৱশ্যে, ল'ৰা-ছোৱালীবিলাকৰো এই ক্ষেত্ৰত নিজৰ দায়িত্ব আছে। নিজ পছন্দৰ বিষয় নিৰ্বাচন কৰোঁতে তেওঁলোকে অন্তৰাত্মাৰ আহ্বান শুনিব লাগিব। এই ক্ষেত্ৰত তেওঁলোক বন্ধু-বান্ধৱ বা সতীৰ্থৰ মতামতৰ দ্বাৰা পৰিচালিত হ'ব নালাগিব।



*বৰ্তমান কেউদিশে অজস্ৰ বিভ্ৰান্তি বা বাধা-বিঘিনি দেখা যায়। আমি সেই বাধা-বিপত্তিবোৰ কেনেদৰে প্ৰতিহত কৰিব পাৰিম আৰু সচেতন ছাত্ৰ হোৱাৰ বাবে নিজক কেনেকৈ বিকশিত কৰিম?*

— এছ লক্ষ্মী
ছেন্ট্ শ্ৰীশঙ্কৰ মেট্ হায়াৰ ছেকেণ্ডাৰী
স্কুল, তিৰুৱনমিয়ুৰ চেন্নাই



বাধা-বিপত্তি জীৱনৰ অবিচ্ছেদ্য অঙ্গ। সচেতন ছাত্ৰ হিচাপে তোমালোকে নিজৰ ক্ষমতা আৰু ৰাপ বা আগ্ৰহক জানিব লাগিব। এটা লক্ষ্য থিৰ কৰি লৈ কঠোৰ শ্ৰম কৰিলে সফলতা লাভ কৰিব পাৰিবা। লক্ষ্য পূৰণ কৰাৰ উদ্দেশ্যে কাম কৰি যাওঁতে তুমি নিশ্চয় কিছুমান বাধা-বিঘিনি বা প্ৰতিকূলতাৰ সন্মুখীন হ'বা। কিন্তু সেই বাধা-বিঘিনিবোৰে তোমাক প্ৰতিহত কৰিব নালাগিব। হাৰি যোৱাৰ প্ৰৱণতাক তুমি পৰাভূত কৰি নিজৰ মিছন বা লক্ষ্যৰ ক্ষেত্ৰত সেইবোৰ অতিক্ৰমি যাব লাগিব। এনেদৰেই তোমালোকে জীৱনত সফলতা লাভ কৰিব পাৰিবাহঁক।

*এহাতে আমি দেশৰ সাক্ষৰতাৰ হাৰ এশ শতাংশ কৰাৰ কথা কৈ থাকোঁ। আনহাতে, দিনে দিনে শিক্ষা বেছি ব্যয়বহুল হৈ গৈ আছে। এই দুটাৰ মাজত জাতীয় সমতা কেনেকৈ আনিব পৰা যাব?*

— যোগিকা

শ্ৰীকস্তুৰবা হাইস্কুল, ৰাজকোট



চৰকাৰৰ দ্বাৰা চালিত বিদ্যালযসমূহত শিক্ষাৰ ব্যয় তেনেই নগণ্য। সেই বিদ্যালয়সমূহৰ শিক্ষাৰ মানদণ্ড উন্নীত কৰাৰ প্ৰযোজন। শিক্ষাৰ মান উন্নত কৰাৰ বাবে এমুঠিমান ভাল শিক্ষকৰ দ্বাৰা পৰিচালিত আধুনিক প্ৰযুক্তিবিদ্যাৰ প্ৰয়োগ কৰিব লাগিব আৰু দূৰ শিক্ষাৰ প্ৰযোগৰ দ্বাৰা ইয়াৰ প্ৰসাৰতা বৃদ্ধি কৰিব লাগিব। এই বিনিযোগ চৰকাৰী বাজেটৰ মাধ্যমত হ'ব লাগিব। লগতে ওপৰ শ্ৰেণীৰ ছাত্ৰই তলৰ শ্ৰেণীৰ ছাত্ৰক বিনামূলীয়াকৈ অৰ্থাৎ কোনো পাৰিশ্ৰমিক নোলোৱাকৈ শিকাব লাগিব।

*শিক্ষাৰ বাদে বিদ্যালয়সমূহত ছাত্ৰ-ছাত্ৰীক শিকাবলগীয়া আৰু কি কি বস্তু আছে যিবোৰ কথা শিকিলে বিদ্যাৰ্থীসকলে সকলো প্ৰকাৰৰ প্ৰত্যাহ্বানৰ মোকাবিলা কৰি দেশৰ শ্ৰেষ্ঠ নাগৰিক হ'ব পাৰিব?*

— অপূৰ্ব সুন্দৰম

জয় জয় শঙ্কৰ ইন্টাৰনেশ্যনেল স্কুল, নজৰটপেট, চেন্নাই



বিদ্যালযসমূহে বিদ্যাৰ্থীসকলৰ বহুমুখী প্ৰতিভা বা ব্যক্তিত্বৰ বিকাশ সাধনৰ বাবে সুবিধা প্ৰদান কৰিব লাগিব। যেনে— খেলা-ধূলাত পাৰদৰ্শিতা, তৰ্ক, উদ্যোগ, সাংস্কৃতিক প্ৰমূল্যসমূহৰ উন্নযন আদি। এইবোৰ বিদ্যালযৰ পাঠ্যক্ৰমৰ অঙ্গ হ'ব লাগিব।

শিক্ষা সম্পৰ্কে মোৰ ধাৰণা হ'ল—
শিক্ষাই প্ৰতিজন ব্যক্তিৰ মাজত নিহিত থকা
সৃষ্টিশীলতাক বিকশিত কৰিব লাগিব।

*বৰ্তমান আমাৰ দেশত প্ৰচলিত শিক্ষাপদ্ধতি আৰু বাস্তৱ জীৱনৰ মাজত সম্বন্ধ থকা বুলি আপুনি ভাবেনে?*

— এন পবিত্ৰ

জয়চীজ্ মেট্ৰিকুলেশ্যন, হাযাৰ ছেকেণ্ডাৰী স্কুল, ইৰোড্ জিলা



এৰা, বৰ্তমান প্ৰচলিত শিক্ষা ব্যৱস্থা আৰু বাস্তৱ জীৱনৰ মাজত সম্পৰ্ক থাকিব লাগে। বাস্তৱ জীৱনৰ পৰিৱৰ্তনসমূহৰ লগত খোজ মিলোৱাৰ বাবে আমাৰ শিক্ষা পদ্ধতিক নিৰন্তৰ উন্নীতকৰণৰ ব্যৱস্থা গ্ৰহণ কৰা হৈছে যাতে বিদ্যাৰ্থীসকলক গৱেষণা আৰু অনুসন্ধান, সৃজনশীলতা আৰু উদ্ভাৱন, ন-ন প্ৰযুক্তি প্ৰযোগৰ ক্ষমতা, ঔদ্যোগিক নেতৃত্ব আৰু আদৰ্শৰ নেতৃত্ব- এইবোৰ দিশত সমৰ্থৱান কৰি তুলিব পৰা যায়। জীৱনৰ বাস্তৱ সমস্যাবোৰৰ মুখামুখি হোৱাৰ বাবে এইবোৰ নিতান্ত অপৰিহাৰ্য।

*শিক্ষাই অকল জীৱিকা আৰ্জনৰ উদ্দেশ্যহে সাধন কৰিব নালাগে— আমাৰ এই দৃষ্টিভঙ্গি কেনেকৈ উন্নীত কৰিব পাৰিম? বৰ্তমানৰ শিক্ষা ব্যৱস্থাই কেনেদৰে ভাৱীকালৰ বাবে আদৰ্শ নেতাৰ জন্ম দিব পাৰিব?*

— যোগেশ কুমাৰ মিশ্ৰ

বেনাৰচ হিন্দু বিশ্ববিদ্যালয়, বাৰাণসী



আমাৰ শিক্ষা ব্যৱস্থাই ব্যক্তিৰ পাঁচধৰণৰ মানসিকতাক উন্নীত কৰাত মনোনিবেশ কৰিব লাগিব। যেনে- শৃঙ্খলাবদ্ধ মন, সমন্বয়িত মন, সৃষ্টিশীল মন, সন্মান কৰিব পৰা মন আৰু নৈতিক মানসিকতা, ইত্যাদি। প্ৰথম তিনিটা ব্যক্তিৰ সৈতে সম্পৰ্কিত আৰু শেষৰ দুটাই দল আৰু সমাজৰ সৈতে ব্যক্তিৰ সম্বন্ধৰ কথা কয়। আদৰ্শ নেতৃত্ব বিকশিত কৰাৰ বাবে এই দুটাৰ মাজত সুসমন্বিত মিশ্ৰণ আৱশ্যক। অৰ্থাৎ, শিক্ষা ব্যৱস্থাই বিদ্যাৰ্থীৰ গাত এই পাঁচ ধৰণৰ মনৰ সৃষ্টি কৰাত গুৰুত্ব দিব লাগিব যাতে তেওঁলোক ভৱিষ্যৎ উপযুক্ত নেতা হ'বগৈ পাৰে।



*সকলো মানুহ যদি শিক্ষিত হয় তেনেহ'লে ছুইপাৰ, ধুবী আদিৰ দৰে তথাকথিত নীচ আৰু কাযিক শ্ৰম কোনে কৰিব? 'সকলোৰে বাবে শিক্ষা'- নীতিয়ে আমাৰ সমাজৰ সকলো সমস্যাৰ সমাধান কৰিব পাৰিব বুলি আপুনি ভাবেনে?*

- কল্যাণী দাস

বিশ্বভাৰতী বিশ্ববিদ্যালয, কলকাতা

কোনো কামেই নিম্ন বা ভৃত্যৰ কাম নহয। শিক্ষাই সকলোকে সমৃদ্ধ কৰিব আৰু একে কামকে বেছি ভালকৈ, বেছি সোনকালে ন্যূনতম খৰচত কৰাৰ বাবে মানুহক সক্ষম কৰি তুলিব।

*আজিকালি সৰু-সুৰা বিধৰ কোম্পানী একোটায়ো সাধাৰণ কৰ্মচাৰী এজনক মকৰল কৰোঁতে প্ৰাথমিক শিক্ষা আৰু যোগ্যতাৰ মানদণ্ড বিচাৰে। কিন্তু সংসদলৈ আমি লিখা- পঢ়া নথকা ব্যক্তিকো নিৰ্বাচিত কৰি পঠিয়াওঁ। এই ব্যৱস্থাটো কিমানদূৰ শুদ্ধ? আমি নিৰ্বাচিত প্ৰতিনিধিসকলৰ ক্ষেত্ৰত কিছু হ'লেও শিক্ষাগত অৰ্হতা বাধ্যতামূলক হিচাপে নীতি নিৰ্ধাৰণ কৰিব নোৱাৰোঁ নেকি?*

— লক্ষ্মী পি
বি ভি বি ইঞ্জিনীয়াৰিং কলেজ



এৰা, দেশক নেতৃত্ব দিয়াৰ বাবে উপযুক্ত প্ৰাৰ্থীক নিৰ্বাচিত কৰাটো ভোটাদাতাসকলৰ দায়িত্ব। একমাত্ৰ শিক্ষাগত অৰ্হতাই ভাল কাম-কাজ কৰাৰ নিশ্চয়তা দিব নোৱাৰে। এনেকুৱা বহুত উদাহৰণ আছে— সামান্য লিখা-পঢা নথকা লোকেও মানুহৰ মঙ্গলৰ হকে যথেষ্ট আশানুৰূপ কাম-কাজ কৰে।

*এজন প্ৰখ্যাত বিজ্ঞানী, ৰাজনীতিজ্ঞ আৰু আধ্যাত্মিক গুণেৰে বিভূষিত ব্যক্তি হিচাপে আপোনাৰ মনত এজন আদৰ্শ বিদ্যাৰ্থী সম্পৰ্কে কেনেকুৱা ধাৰণা আমাক ক'বনে?*

— প্ৰণৱ পি.কে
আৰ্য চেন্ট্ৰেল স্কুল



এজন আদৰ্শ বিদ্যাৰ্থী সম্পৰ্কে মোৰ ধাৰণা এনেকুৱা ঃ তেওঁ সদাচাৰী। 'মোৰ পাখি লগা সময়বোৰ যাতে এনেয়ে নাযায়'— তেওঁ সততে এনে নীতি গ্ৰহণ কৰি তাক মানি চলে। তেওঁ পঢা-শুনাত উৎকৰ্ষতা লাভ কৰিব। তেওঁ নিজৰ পৰিয়াল, নিজে পঢা বিদ্যালয়খন আৰু বাস কৰা সমাজখনৰ সভ্য। লক্ষ্য পূৰণ নোহোৱালৈকে কামত নেৰানেপেৰাকৈ লাগি থাকিব পৰাৰ ধৈৰ্য থাকিব লাগিব আৰু তেওঁ পিতৃ-মাতৃ, অগ্ৰজ আৰু শিক্ষাগুৰুৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰিব।

*আজিকালি মানুহৰ জীৱনটোক নিগনি-দৌৰ বুলি কোৱা হয়। সেই গতিকে আমি শিক্ষা ব্যৱস্থাত বিদ্যালয়ৰ পৰা আৰম্ভ কৰি উচ্চ শিক্ষালৈকে পাঠ্যক্ৰমত ভাষা, বিজ্ঞান ইত্যাদিৰ সৈতে ন্যায়-নীতি আৰু সফলতাৰ আধ্যাত্মিক নীতি-নিয়মসৰ্বস্ব দৰ্শনকো মূল বিষয় বিচাপে অন্তৰ্ভুক্ত কৰিব নোৱাৰোঁ নেকি?*

— এছ. বালসুব্ৰহ্মণ্যম্
ইণ্ডিয়ান ইনষ্টিটিউট অব্ চায়েন্স, বাঙ্গালোৰ



ল'ৰা-ছোৱালীয়ে পাঁচৰ পৰা সোতৰ বছৰ বয়সৰ ভিতৰত যি শিক্ষা আহৰণ কৰে তেওঁলোকৰ চৰিত্ৰ নিৰ্মাণৰ ক্ষেত্ৰত তাৰ এক গুৰুত্বপূৰ্ণ ভূমিকা আছে। পিতৃ-মাতৃ আৰু শিক্ষকে তেওঁলোকৰ ভেটি নিৰ্মাণ কৰিব লাগিব। এইখিনিতে মোৰ মনলৈ আহিছে ত্ৰিচীৰ ছেন্ট্ জোছেফ কলেজত পঢ়ি থকা দিনবোৰৰ কথা। সেই সময়ত আমাৰ এটা নীতি-শিক্ষাৰ ক্লাছ আছিল। নীতি-শিক্ষাৰ পাঠ শিকাইছিল ৰেভাৰেন্দ্ ফাদাৰ ৰেক্টৰে। তেওঁ আছিল জেছুইট* যাজকতন্ত্ৰৰ সৰ্বোচ্চ পদাধিকাৰী। তেওঁ প্ৰতি সপ্তাহত এঘন্টাকৈ আমাৰ আগত বিশ্বৰ মহান আধ্যাত্মিক নেতা, ধৰ্মগুৰু, প্ৰখ্যাত বিজ্ঞানীৰ উপৰি সৎ লোকসকলৰ জীৱন-দৰ্শনৰ ওপৰত আলোকপাত কৰিছিল। মোৰ বিশ্বাস, তেখেতৰ শ্ৰেণীটোত মই যি নীতি-শিক্ষাৰ পাঠ শিকিছিলো সি আজিও মোৰ অন্তৰত জীৱন্ত হৈ আছে। স্কুল-কলেজত 'Elevating Young Minds' বোলা তেনে এটা বিষয় সপ্তাহত অন্ততঃ এবাৰকৈ শিকোৱা উচিত। সেই ক্লাছত হিন্দু, ইছলাম, খ্ৰীষ্টিয়ান আৰু আন ধৰ্মৰ মহান ব্যক্তিসকলৰ বিষয়ে আলোচনা অনুষ্ঠিত কৰিলে ছাত্ৰ-ছাত্ৰীসকলৰ মনত ইতিবাচক প্ৰভাৱ পৰিব। তাৰ উপৰি, কনফুচিয়াছ, বুদ্ধদেৱ, ছেন্ট আগষ্টাইন, খলিফা ওমৰ, মহাত্মা গান্ধী, ৰবীন্দ্ৰ নাথ ঠাকুৰ, আইনষ্টাইন, আব্ৰাহাম লিংকন আদিৰ দৰে মহান ব্যক্তিসকলৰ জীৱনৰ ওপৰত আলোচনা কৰিব লাগে। আমাৰ নিজ সভ্যতা-সংস্কৃতিৰ পৰম্পৰাৰ সৈতে সম্পৃক্ত নীতি কথাবোৰো ছাত্ৰ-ছাত্ৰীক শিকাব লাগে।

---

* *জেছুইট (Jesuit system) : ৰোমান কেথলিক সম্প্ৰদায়ৰ মঠত বাস কৰা সন্ন্যাসীসকল।*



শিক্ষাই সংস্থান বা ৰোজগাৰ বিচাৰি ফুৰা
লোকতকৈ নিয়োগকৰ্তা বা আনৰ বাবে
সংস্থান সৃষ্টি কৰিব পৰা লোকৰ জন্ম দিয়াত
আগভাগ লব লাগিব।

*আমাৰ দেশৰ শিক্ষাপদ্ধতিয়ে দেশৰ মানুহক নিবনুৱা সমস্যা, সন্ত্ৰাসবাদ, দুৰ্নীতি আৰু দৰিদ্ৰতাৰ গ্ৰাসৰ পৰা মুক্ত কৰিব পাৰিবনে?*

— পুনীত
এ আই টি ই চি , বাঙ্গালোৰ



শিক্ষাৰ সৈতে মূল্যবোধ পদ্ধতি, ধৰ্মৰ আধ্যাত্মিক শক্তিলৈ ৰূপান্তৰণ, সমন্বিত উপায়ে অৰ্থনীতিৰ বিকাশ— ইবোৰৰ সংযোগ সাধনৰ যোগেদি সেইটো সম্ভৱপৰ হ'ব আৰু ই জাতীয় বিকাশতো অৰিহণা যোগাব। এশকোটি লোকৰ দেশত আমি নিশ্চয় এচাম সচেতন নাগৰিক পাম।

*আপোনাৰ মতে এজন ভাল শিক্ষকৰ গাত কি কি গুণ থাকিব লাগে?*

— শান্তা
জে এছ.এছ প্ৰি- ইউনিভাৰ্ছিটি কলেজ,
নঞ্জনগুৰ, মহীশূৰ



যিজন শিক্ষকে ল'ৰা-ছোৱালী বা বিদ্যাৰ্থীক মৰম-চেনেহ কৰে আৰু শিক্ষাদান কামটো কৰি মনত বিমল আনন্দ লাভ কৰে তেৱেঁই ভাল শিক্ষক। মধ্যমীয়া ধৰণৰ ছাত্ৰ-ছাত্ৰীয়ে যাতে ভাল ফলাফল কৰিব পাৰে তাৰ বাবে শিক্ষকজনে সহায় কৰিব পাৰিব লাগিব। শিক্ষাদান কৰ্মক তেওঁ এটা ব্ৰত বা লক্ষ্য হিচাপে গ্ৰহণ কৰিব লাগিব। কেৱল ল'ৰা-ছোৱালীক পঢ়ুৱাই নহয়, ভৱিষ্যতে দেশৰ পৰিবৰ্তন সাধিব পৰা এচাম সচেতন নাগৰিকৰো জন্ম দিব লাগিব তেৱেঁই।

*সম্প্ৰতি প্ৰায় প্ৰতিখন ঘৰত নেটৱৰ্কিঙৰ সুবিধা উপলব্ধ হোৱাৰ সময়ত শ্ৰেণীকক্ষৰ শিক্ষাদান এতিয়াও প্ৰাসঙ্গিক হৈ আছেনে?*

— স্বাতী যোশী
মঙ্গলম্ ডি এ ভি পাবলিক স্কুল
আদিত্য নগৰ, মৰাক, জিলা ঃ কোটা



দূৰৱৰ্তী শিক্ষাই শ্ৰেণীকক্ষৰ শিক্ষাদানৰ স্থান কদাপি অধিকাৰ কৰিব নোৱাৰে। প্ৰকৃততে দুয়োটাই পৰস্পৰৰ পৰিপূৰক। শিক্ষাৰ মাধ্যমিক স্তৰলৈকে শিক্ষকৰ ভূমিকা গুৰুত্বপূৰ্ণ। উচ্চতৰ শিক্ষাৰ সূচী উন্নততৰ কৰাৰ বাবে দূৰ শিক্ষা ব্যৱহাৰ কৰিব পাৰি।

*আপুনি ২০২০ বৰ্ষৰ ভাৰতবৰ্ষৰ বাবে কি ধৰণৰ শিক্ষা ব্যৱস্থাৰ পোষকতা কৰিব?*

— নিবেদিতা
কোষ্ট্ গাৰ্ড্ পাবলিক স্কুল, দমন



প্ৰাথমিক শিক্ষাৰ জৰিয়তে শিশুৰ সৃজন আৰু মনন শক্তিৰ বিকাশ সাধন কৰাৰ ওপৰত গুৰুত্ব দিব লাগিব। মাধ্যমিক শিক্ষাই শিশুৰ মনত আত্মবিশ্বাস আৰু ক্ষমতা জগাব লাগিব যাতে তেওঁলোকে নিজাকৈ সৰু সৰু উদ্যোগ আৰম্ভ কৰিব পাৰে অথবা উচ্চ শিক্ষা বা গৱেষণাৰ কামত আগবাঢ়িব পাৰে। উচ্চ শিক্ষাৰ প্ৰতিষ্ঠানবিলাক বিশ্বমানদণ্ডৰ উৎকৰ্ষতাৰ কেন্দ্ৰ আৰু উদ্যোগৰ সহযোগী হ'ব লাগিব।

*বৰ্তমানৰ শিক্ষা পদ্ধতিত কি পৰিৱৰ্তন আনিলে বিজ্ঞানৰ ছাত্ৰসকলক বিজ্ঞান অধ্যয়নৰ প্ৰতি অধিক আগ্ৰহী কৰিব পৰা যাব?*

— হুদা মাছুদ

ছিনিয়ৰ ছেকেণ্ডাৰী স্কুল, আলীগড



প্ৰথমতে, ছাত্ৰ-ছাত্ৰীসকলক বিজ্ঞানৰ যুক্তি-তৰ্কৰ সাধাৰণ সৌন্দৰ্যৰ কথা বুজাই দিব লাগিব। মানৱ দেহৰ উদাহৰণটোকে লোৱা যাওক। বিজ্ঞানে এটা কথা স্পষ্ট কৰি দিছে যে মানুহৰ দেহাটো কোটি কোটি অণুৰ সমষ্টি। ৭০ কিলোগ্ৰাম ওজনৰ এজন মজলীয়া প্ৰাপ্তবয়স্ক লোকৰ দেহত প্ৰায় ৭ $\times$ ১০^২৭ টা অণু থাকে, অৰ্থাৎ সাত সংখ্যাত সাতাইছটা শূন্য লাগিব। উদাহৰণস্বৰূপে ধৰা, মোৰ শৰীৰটো ৫ ৮ $\times$ ১০^২৭ টা অণুৰে গঠিত। এতিয়া ইয়াক ৪ ৭ $\times$ ১০^২৭ হাইড্ৰোজেন অণুত বিভাজিত কৰি পুনৰ ১ ৮ $\times$ ১০^২৭ অক্সিজেন অণুত বিভাজিত কৰিলো আৰু এতিয়া ৪৭ ৫ $\times$ ১০^২৬ কাৰ্বন অণু থাকিব। দুজন মানুহৰ মাজৰ পাৰ্থক্য অণুৰ ক্ৰমৰ দ্বাৰা নিৰ্ধাৰিত কৰা যায। বিজ্ঞানৰ এই সৌন্দৰ্য ছাত্ৰসকলক বুজাই দিব লাগে।

দ্বিতীয়তে, বিজ্ঞান শিক্ষাৰ প্ৰতি অনুপ্ৰেৰণা দিয়া শিক্ষক থাকিব লাগিব। তৃতীয়তে, ছাত্ৰ-ছাত্ৰীসকল মহান বিজ্ঞানীসকলৰ জীৱন-গাঁথা আৰু তেওঁলোকৰ কৰ্মৰ সৈতে পৰিচিত হ'ব লাগিব যাতে তেওঁলোকে বিজ্ঞানীসকলৰ জীৱনৰ পৰা অনুপ্ৰেৰণা লাভ কৰিব পাৰে। চতুৰ্থতে জ্যেষ্ঠ বিজ্ঞানীসকলে বিজ্ঞানৰ মহত্ত্বৰ ওপৰত জোৰ দিব লাগিব।

অলপতে মই এখন কিতাপ পঢ়িছোঁ। কিতাপখনৰ নাম The Big and the Small– From the Microcosm to the Macrocosm। লেখক হ'ল ড০ জি ভেঙ্কটৰমন। এই গ্ৰন্থখনত লেখকে particles of physics আৰু cosmology-ৰ মাজত থকা এটা চিত্তাকৰ্ষক সম্বন্ধৰ কথা কৈছে।

এই কিতাপখনৰ পৰা ছাৰ চি ভি ৰমন সম্পৰ্কীয় এটা ঘটনা মই এইখিনিতে উল্লেখ কৰিব বিচাৰোঁ।

ভাৰতৰত্ন পুৰস্কাৰ বিজয়ীৰ প্ৰথমখন তালিকাত ৰমনৰ নাম আছিল। পুৰস্কাৰ প্ৰদান সমাৰোহ জানুৱাৰী মাহৰ শেষ সপ্তাহত, ১৯৫৪ চনৰ গণতন্ত্ৰ দিৱসৰ পিছত অনুষ্ঠিত হোৱাৰ কথা। সেই উপলক্ষে ভাৰতৰ তদানীন্তন ৰাষ্ট্ৰপতি ড° ৰাজেন্দ্ৰ প্ৰসাদে ৰমনক পুৰস্কাৰ গ্ৰহণ কৰিবলৈ দিল্লীলৈ আহোঁতে ৰাষ্ট্ৰপতি ভৱনত তেখেতৰ ব্যক্তিগত আলহী হোৱাৰ অনুৰোধ জনাই এখন চিঠি প্ৰেৰণ কৰিছিল। ৰমনে তেখেতৰ আমন্ত্ৰণ ৰক্ষা কৰিব নোৱাৰিব বুলি খেদ প্ৰকাশ কৰি ৰাষ্ট্ৰপতিলৈ বিনম্ৰভাৱে এখন চিঠি দিলে। সেই সমাৰোহত উপস্থিত থাকিব নোৱৰাৰ তেওঁৰ এটা ডাঙৰ কাৰণ আছিল। তেওঁ ৰাষ্ট্ৰপতি মহোদয়ক এই কথা জনাই দিছিল যে তেওঁৰ তত্ত্বাৱধানত গৱেষণাৰত পি. এইচ ডি ৰ ছাত্ৰ এজনে জানুৱাৰী মাহৰ শেষ দিনটোত তেওঁৰ থেছিছ খন জমা দিয়াৰ কথা। কামটো শেষ কৰাৰ বাবে ছাত্ৰজনে দিনে-ৰাতি শ্ৰম কৰি আছে। ৰমনে এইটো অনুভৱ কৰিছিল যে ছাত্ৰজনে থেছিছখন শেষ নকৰা পৰ্যন্ত গাইড হিচাপে তেওঁ ছাত্ৰজনৰ লগত থাকিব লাগিব। গাইড হিচাপে তেওঁ ছাত্ৰজনৰ থেছিছখনত স্বাক্ষৰ কৰিব লাগিব যাতে তেওঁ সময়মতে সেইখন দাখিল কৰিব পাৰে। তেৰেঁই ছাৰ চি ভি ৰমন, — এজন মহান বিজ্ঞানী, যিয়ে দেশৰ সৰ্বোচ্চ সন্মান প্ৰদান সমাৰোহত উপস্থিত থকাৰ পৰা বিৰত আছিল। কাৰণ ছাত্ৰজনৰ কাষত থকাটোহে তেওঁ কৰ্তব্যৰ আহ্বান বুলি গণ্য কৰিছিল। এনে চৰিত্ৰৰ আধাৰতেই বিজ্ঞানৰ নিৰ্মাণ। তেনে চৰিত্ৰ সৃষ্টিৰ বাবে আমি ছাত্ৰসকলক প্ৰোৎসাহিত কৰিব লাগিব।

*যুৱ প্ৰজন্মৰ সাৰ্বিক বিকাশৰ প্ৰতি স্বামী বিবেকানন্দই বিশেষ ধ্যান দিছিল। এই ক্ষেত্ৰত তেওঁ বৰ কঠোৰ আছিল। তেওঁ কৈছিল— "দাস নহয়, আমি সিংহৰ জন্ম দিব লাগিব।" ছাৰ! যুৱকসকলৰ মাজৰ পৰা সিংহ জন্ম দিয়াৰ বাবে আমাৰ বৰ্তমান শিক্ষা ব্যৱস্থাৰ আপুনি কি ধৰণৰ পৰিৱৰ্তন সাধন কৰিব বিচাৰে?*

— লক্ষ্মী, মীৰাট



মই ভাবোঁ— শিক্ষাই ব্যক্তিৰ ভিতৰত নিহিত থকা সৃজনশীলতাক উলিয়াই আনিব পাৰিব লাগিব। শিক্ষাই সিংহৰ জন্ম দিয়ক— নাই নাই, মই সেইটো নিবিচাৰোঁ। কাৰণ সিংহই মানুহ খায়।

বিজ্ঞান মানৱজাতিৰ প্ৰতি ভগৱানৰ শ্ৰেষ্ঠ বৰদান। তৰ্ক বা যুক্তিসৰ্বস্ব বিজ্ঞান সমাজৰ মূলধন বা পুঁজি। আমি বিজ্ঞান, প্ৰযুক্তি, চিকিৎসা, ৰাজনীতি, আইন প্ৰণয়ন, ধৰ্ম বা ঈশ্বৰতত্ত্ব, ধৰ্ম অথবা ন্যায় যি ক্ষেত্ৰতে কাম নকৰোঁ কিয়— সকলো অৱস্থাতে আমি বিজ্ঞানক সাধাৰণ লোকৰ সেৱাত প্ৰয়োগ কৰিব লাগিব। কিয়নো, মানুহৰ সকলো প্ৰকাৰৰ জ্ঞান আৰু কাৰ্যৰ মূল হ'ল মানৱ কল্যাণ।

বিজ্ঞান হ'ল জিজ্ঞাসা বা অনুসন্ধিৎসা আৰু প্ৰকৃতিৰ নিয়মৰ আধাৰত কঠোৰ শ্ৰম আৰু গৱেষণাৰ জৰিয়তে সঠিক সমিধান লাভ। এইটো এটা চমকপ্ৰদ বা সন্মোহিত কৰিব পৰা বিষয়। বিদ্যাৰ্থীসকল বিজ্ঞানৰ প্ৰতি আকৰ্ষিত হ'ব যদিহে তাত তেওঁলোকৰ কৌতূহল বা অনুসন্ধিৎসা জগাই তুলিব পৰা প্ৰশ্ন বা বিচাৰ্য বিষয় থাকে, যদিহে সেইবোৰ ব্যৱহাৰিক দিশত প্ৰাসঙ্গিক হয় আৰু বিচাৰ কৰিব পৰাকৈ চিত্তাকৰ্ষক হয়। শিক্ষাগুৰুসকল শ্ৰেষ্ঠ আদৰ্শ আৰ্হি। বিজ্ঞানৰ সমস্যাৰ সমাধান বা সিদ্ধান্ত শাশ্বত আৰু ই কেৱল আমি বাস কৰা দেশখনৰ ওপৰতে নিৰ্ভৰ নকৰে। কাৰণ বিজ্ঞান আৰু বৈজ্ঞানিক অনুধাৱনৰ কোনো প্ৰান্তীয় সীমাৰেখা নাথাকে।

তথ্য প্ৰযুক্তিৰ বিকাশ বা অগ্ৰগতিৰ লগে লগে আমি বাস কৰা পৃথিৱীখন সঙ্কুচিত হৈ এখন ক্ষুদ্ৰ বিশ্বগ্ৰামত পৰিণত হৈছে। পৃথিৱীৰ বাস্তৱিক জটিল সমস্যাবোৰৰ সমাধানৰ বাবে বিজ্ঞানীসকলৰ মিলামিছা বা পাৰস্পৰিক সহযোগিতা অনিবাৰ্য। পুৰণিকালত বিজ্ঞান আৰু দৰ্শনৰ শিক্ষা আৰু গৱেষণাৰ বাবে ভাৰতবৰ্ষ আছিল সকলোৰে লক্ষ্যস্থান। কিন্তু বিগত কেইটামান দশকত এনে বিজ্ঞান আন্দোলন প্ৰাচ্যৰ পৰা পাশ্চাত্যলৈ ধাবিত হোৱা পৰিলক্ষিত হৈছিল। অৱশ্যে সম্প্ৰতি আকৌ উন্নত দেশসমূহৰ পৰা বিজ্ঞানীসকলৰ ভাৰতলৈ আগমন ঘটা দেখা গৈছে। বিজ্ঞান আৰু গৱেষণাৰ ক্ষেত্ৰত ভাৰতক উৎকৰ্ষতাৰ কেন্দ্ৰ হিচাপে গঢ়ি তুলিবলৈ আমি অহোপুৰুষাৰ্থ কৰিব লাগিব।



*পৃথিৱীৰ প্ৰথম বৈজ্ঞানিকজন কোন আছিল ক'বনে?*

— দেবেশ ৰঞ্জন
এন আই চি, নতুন দিল্লী



প্ৰশ্ন বা কৌতূহলৰ পৰাই বিজ্ঞানৰ জন্ম, আৰু বৰ্তিও থাকে তাতেই। সমগ্ৰ বিজ্ঞানৰ আধাৰভূমিয়েই হ'ল প্ৰশ্নৰ অৱতাৰণা। আমাৰ পিতৃ-মাতৃ আৰু শিক্ষাগুৰুসকলে ভালকৈ জানে যে শিশুসকল অন্তহীন প্ৰশ্নৰ উৎস। সেইবাবে শিশুৱেই হ'ল প্ৰথম বৈজ্ঞানিক!

*সকলো কথা সঠিকভাৱে বুজি পোৱাৰ বাবে বৈজ্ঞানিক দৃষ্টিকোণেৰেহে চাব বা বিচাৰ কৰিব লাগিব নেকি?*

— ধ্ৰুব সাক্সেনা, লক্ষ্ণৌ


এৰা, বিজ্ঞানেই একমাত্ৰ পথ— যি পথেদি গ'লে মানুহে ক্ষিপ্ৰতাৰে উন্নতি কৰিব পাৰিব।

*ভগৱানে এই বিশ্বব্ৰহ্মাণ্ডখন সুন্দৰকৈ সৃজন কৰিছে। কিন্তু ইয়াৰ সৌন্দৰ্য বিনষ্ট কৰিব পৰা বস্তুবোৰ আমি কিয় আৱিষ্কাৰ কৰিব লাগে?*

— হৰ্ষিতা গুপ্ত<br>
চি এন আই গাৰ্লছ্ ইন্টাৰ কলেজ, ডেৰাডুন


সমগ্ৰ বিশ্বব্ৰহ্মাণ্ড অনবৰত সৃষ্টি আৰু ধ্বংসৰ এক চক্ৰৰ সৈতে সাঙোৰ খাই আছে। অৱশ্যে, প্ৰযুক্তিৰ ন-ন আৱিষ্কাৰসমূহ প্ৰকৃতিৰ হানি-বিঘিনি নকৰাকৈ মানৱ জাতিৰ কল্যাণৰ বাবে প্ৰয়োগ কৰাটো মানৱ জাতিয়ে নিশ্চিত কৰিব লাগিব।

*আমি কেনেকৈ ভাৰতীয় নাগৰিকৰ মনত বিজ্ঞান মানসিকতাৰ সৃষ্টি কৰিব পাৰিম?*

— শিখা বাডেকাৰ<br>
মুম্বাই


বিজ্ঞানীসকল 'civic scientists' হ'ব লাগিব আৰু তেওঁলোকে বিজ্ঞান প্ৰয়োগৰ ফলাফল সৰ্বসাধাৰণ মানুহে যাতে লাভ কৰিব পাৰে সেইটো নিশ্চিত কৰিব লাগিব। নিৰন্তৰ এইটো কৰি থাকিলে আৰু মানুহে নিজৰ দৈনন্দিন জীৱনত বিজ্ঞানৰ প্ৰভাৱ প্ৰত্যক্ষ কৰিলে নিশ্চয় বিজ্ঞান মানসিকতাৰ সৃষ্টি হ'ব।



*আপোনাৰ দৃষ্টিত বিজ্ঞান কি আৰু প্ৰযুক্তি কি?*

— সমৰ্পন
জম্মু



বিজ্ঞান হ'ল বুদ্ধি প্ৰয়োগৰ জৰিয়তে আমাৰ চৌপাশৰ ঘটনা পৰিঘটনাবোৰৰ উত্তৰৰ সন্ধান কৰা আৰু প্ৰযুক্তি হ'ল বিজ্ঞান প্ৰয়োগৰ জৰিয়তে সেই প্ৰশ্নবোৰৰ সমিধান বিচৰা পথৰ উন্নয়ন সাধন কৰা।

*আমাৰ দৈনন্দিন জীৱনত প্ৰাৰ্থনাৰ মাহাত্ম্য বা ক্ষমতা কি? ধৰ্মৰ ওপৰত থকা বিশ্বাসে বিজ্ঞানৰ বিকাশ বাধাগ্ৰস্ত কৰিব নেকি?*

— জয়শ্ৰী কে
ছেইন্ট্ টেৰিজা'ছ কলেজ, এৰ্নাকুলম্


প্ৰাৰ্থনা আৰু কৰ্মৰ দ্বাৰা আমি সকলো বাস্তৱায়িত কৰিব পাৰোঁ। ধৰ্ম আৰু বিজ্ঞানৰ বিকাশ— এই দুটাৰ মাজত কোনো সম্বন্ধ নাই।

*আপোনাৰ 'Wings of Fire' (অগ্নিৰ ডেউকা) নামৰ গ্ৰন্থখনত আপুনি কৈছে যে 'বিজ্ঞান জন্মতেই অসীমিত আৰু অনুসন্ধানমূলক, অথচ ইয়াৰ বিকাশ সীমিত।' ইয়াৰ অৰ্থটো বুজাই ক'বনে?*

— ৰিম্‌য়া জন
ছেইন্ট্ টেৰিজা'ছ কলেজ, এৰ্নাকুলম্


বিজ্ঞান মৌলিক, আৰু যি কোনো পৰিস্থিতিত ইয়াক প্ৰয়োগ কৰিব পাৰি। উন্নয়ন বা বিকাশ কোনো বস্তুবিশেষৰ বাবে। কাৰ্যকাৰিতা, স্থান, মূল্য, সময় আদিৰ নিৰ্দিষ্ট পৰিসীমা বা গণ্ডীৰ ভিতৰত সেইটো কৰিব লাগিব। এনেদৰে চাবলৈ গ'লে ই এক সীমিত ব্যৱস্থা।

*প্ৰকৃতি আৰু প্ৰকৃতিৰ নিয়মৰ লগতেই বিজ্ঞানৰ সম্বন্ধ। কিন্তু বিজ্ঞান আৰু প্ৰকৃতিয়ে প্ৰকৃতিৰ সৌন্দৰ্য-সুষমা বিনষ্ট কৰিছে। আমি জানো, অ'জন ক্ৰমাৎ ক্ষয় হৈ আছে আৰু 'গ্লোবেল ওৱাৰ্মিং' (পৃথিৱীৰ তাপমাত্ৰা) বাঢ়ি গৈ আছে। সেই কাৰণে মই ভাবোঁ— এয়া বিজ্ঞান আৰু প্ৰযুক্তিৰ প্ৰয়োগ নহয়— অপপ্ৰয়োগহে। এই বিষয়ে আপুনি কি ভাবে?*

— প্ৰীতি শৰ্মা
আৰ পি ভি ভি., বসন্ত কুঞ্জ, নতুন দিল্লী


বিজ্ঞান আৰু প্ৰযুক্তিয়ে বিকাশ সাধন কৰে। আনহাতে, বহু সময়ত ই আমাৰ পাৰিপাৰ্শ্বিকতাৰ ক্ষতি সাধনো কৰিছে। কিন্তু আমি এইটো পাহৰিলে নচলিব যে এই সমস্যাৰ সমাধানো বিজ্ঞান আৰু প্ৰযুক্তিৰ জৰিয়তেই সম্ভৱ হৈ উঠিব।

*বিজ্ঞান আৰু প্ৰযুক্তিৰ ক্ষেত্ৰত মানুহে ক্ষিপ্ৰতাৰে উন্নতি কৰি আছে। কিন্তু একে সময়তে মানুহে ভগৱানৰ প্ৰতি বিশ্বাস হেৰুৱাইছে। ভগৱানৰ ওপৰত থকা আমাৰ বিশ্বাসক প্ৰগতিৰ বাটৰ অন্তৰায় বুলি আপুনি ভাবে নেকি?*

— ৰাণী সাতফলে
নৱভাৰত বিদ্যালয়, নাগপুৰ


বিজ্ঞানৰ ক্ষেত্ৰত উৎকৰ্ষ সাধন কৰা সৰহসংখ্যক লোক ভগৱান বিশ্বাসী। $E = mc^2$ সূত্ৰৰ যুগান্তকাৰী উদ্ভাৱক মহামতি আইনষ্টাইনে আকাশী গঙ্গা (হাতীপটি) আৰু নক্ষত্ৰবিলাকলৈ চকু দি এই বিশ্বব্ৰহ্মাণ্ডৰ অলৌকিকতা আৰু সৃষ্টিকৰ্তাৰ কথা ভাবি আচৰিত নহৈ নোৱাৰিছিল। আমাৰ নবেল বঁটা বিজয়ী ড° চি ভি. ৰমনো আধ্যাত্মিকতাৰ প্ৰতি অনুৰক্ত আছিল। ভগৱানৰ ওপৰত দৃঢ় বিশ্বাস ৰাখি আমি যদি বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ পোষকতা কৰোঁ তেনেহ'লে সফলতা বহুগুণে বৃদ্ধি পাব।



*বিজ্ঞানৰ বহুত ক্ৰুটি-বিচ্যুতি আছে যাৰ বাবে মানুহে বিজ্ঞান বৰ কিম্বা আশীৰ্বাদ, নে অভিশাপ অথবা অভিসম্পাত— এনে ধৰণৰ প্ৰশ্নৰ অৱতাৰণা কৰিবলৈ বাধ্য হৈছে। বিজ্ঞানৰ এই ক্ৰুটি-বিচ্যুতিবোৰ কম কৰাৰ উপায় কি?*

— মনীষা

অক্সফৰ্ড ছিনিযৰ ছেকেণ্ডাৰী স্কুল, দিল্লী



বিজ্ঞান নিৰ্দোষ। ই কেতিয়াও অভিসম্পাত বা অভিশাপ হ'বই নোৱাৰে। মানুহে বিজ্ঞানক প্ৰয়োগ কৰাৰ ওপৰত নিৰ্ভৰ কৰিব ই আশীৰ্বাদ নে অভিশাপ। উদাহৰণ স্বৰূপে, পাৰমাণৱিক শক্তিক বিদ্যুৎ উৎপাদনৰ বাবে আৰু বোমা তৈয়াৰ কৰাৰ বাবেও ব্যৱহাৰ কৰিব পাৰি। ফচল বৃদ্ধি কৰাৰ বাবে কৃষিকৰ্মত সাৰ প্ৰয়োগ কৰিব পাৰি, আনহাতে সেই একে ৰাসায়নিক পদাৰ্থ বিধ ৰাসায়নিক অস্ত্ৰৰ ক্ষেত্ৰতো ব্যৱহাৰ কৰিব পাৰি।

বিজ্ঞানে প্ৰযুক্তিৰ নেতৃত্ব বহন কৰে আৰু সমাজৰ নেতৃস্থানীয় লোকসকলে সেই প্ৰযুক্তি ব্যৱহাৰ কৰাৰ বাবে সিদ্ধান্ত লয়।



অনুসন্ধিৎসাই সৃজনশীলতাৰ আধাৰ বা ভেটি। ই কৌতূহলী বা অনুসন্ধিৎসু মন বা মস্তিষ্কৰ সৈতে বৈজ্ঞানিক প্ৰবৃত্তি বা বিজ্ঞান মানসিকতাৰ সৃষ্টি কৰাত বাট দেখুৱাব।



*ভাৰতবৰ্ষত এটা যোগাত্মক বিজ্ঞান বিপ্লৱ সৃষ্টি কৰাৰ বাবে প্ৰশস্ত পথ কোনটো?*

— মানকোডি প্ৰতীতী
শ্ৰী লালবাহাদুৰ শাস্ত্ৰী বইজ্ বিদ্যালয়, ৰাজকোট



আমাৰ দেশৰ সাধাৰণ মানুহে, বিশেষকৈ গ্ৰামাঞ্চলৰ মানুহে বিজ্ঞান আৰু প্ৰযুক্তিৰ দান লাভ কৰিব লাগিব। সেই উদ্দেশ্য আগত ৰাখিয়েই PURA (Provision of Urban Amenities to Rural Areas)-ৰ পৰিকল্পনা কৰা হৈছে। আমাৰ দেশৰ আঞ্চলিক ভাষাসমূহৰ যোগেদিও বিজ্ঞান শিক্ষাক আগবঢ়াই নিয়াৰ প্ৰচেষ্টা হাতত ল'ব লাগিব।

*প্ৰৌদ্যোগিকী (টেক্‌ন'লজী)ৰ ক্ষেত্ৰত মৌলিক অৱদান আগবঢ়োৱাত ভাৰতবৰ্ষই যাতে মুখ্য ভূমিকা ল'ব পাৰে, আপোনাৰ মতে তাৰ বাবে প্ৰয়োজনীয় তিনিটা বা চাৰিটা মূল বিষয় কি?*

— বিকল্প ঃ দ্য জাৰ্নেল ফৰ ডিচিছন্
মেকাৰ্ছ্, আই আই এম, আহমেদাবাদ



নিম্নোক্ত বিষয়কেইটাত আমি সৰ্বাধিক গুৰুত্ব দিব লাগিব ঃ

- মৌলিক আৰু প্ৰায়োগিক বিজ্ঞানৰ ক্ষেত্ৰত শিক্ষা। কাৰণ ইয়াৰ দ্বাৰা ভৱিষ্যৎ প্ৰৌদ্যোগিকীৰ ব্যৱধান হ্ৰাস কৰিব পৰা যাব।

- কৃষিজাত ফচল কমপক্ষেও তিনিৰ পৰা চাৰিগুণ বৃদ্ধি কৰিব পৰা উচ্চ উৎপাদকতাসম্পন্ন বীজৰ বিকাশ সাধন।

- সৌৰ শক্তিৰ উৎপাদনৰ লগত যুক্ত প্ৰযুক্তি বিশেষকৈ কাৰ্বন নেন, টিউব ব্যৱহাৰ কৰি উচ্চ ক্ষমতাসম্পন্ন ফটোভল্‌টেইক্ চেলৰ সৈতে সম্বন্ধিত প্ৰযুক্তিৰ বিকাশ সাধন।

- সূচনা, সঞ্চাৰ আৰু জৈৱ প্ৰৌদ্যোগিকীৰ সৈতে সম্বন্ধিত সমান প্ৰযুক্তিৰ ওপৰত কাম কৰিব লাগিব। ই সূচনা প্ৰৌদ্যোগিকী আৰু চিকিৎসা প্ৰৌদ্যোগিকীৰ ক্ষেত্ৰত এক বিপ্লৱৰ সৃষ্টি কৰিব।

*ভাৰতবৰ্ষৰ আটাইতকৈ ডাঙৰ প্ৰত্যাহ্বান হ'ল দৰিদ্ৰতা। বিজ্ঞানৰ জৰিয়তে দৰিদ্ৰতা হ্ৰাস কৰিব বা একেবাৰে নিৰ্মূল কৰিব পৰা যাবনে?*

— মল্লিকা
আৰ পি ভি ভি,
সূৰয মল বিহাৰ, ফৰিদাবাদ



এৰা, দৰিদ্ৰতাই ভাৰতৰ আটাইতকৈ ডাঙৰ প্ৰত্যাহ্বান। আমাৰ দেশৰ দৰিদ্ৰতা দূৰ কৰাত বিজ্ঞানে প্ৰভূত পৰিমাণে সহায় কৰিছে। উদাহৰণস্বৰূপে সূচনা আৰু সঞ্চাৰ প্ৰৌদ্যোগিকীয়ে দূৰৱৰ্তী ঠাইবোৰৰ সৈতে সংযোগ সাধন কৰাত সহায় কৰিছে আৰু দূৰ সংবেদী প্ৰৌদ্যোগিকীয়ে কৃষকসকলক বহু ধৰণে সহায় কৰিছে।

*ভৱিষ্যতলৈ মানুহে উপনিবেশ স্থাপন কৰাৰ বাবে আপুনি মঙ্গল গ্ৰহৰ 'টেৰা-ফাৰ্মিং' বা স্থলভূমি ঠিকঠাক কৰা কথাটো সমৰ্থন কৰেনে?*

— বি. অনুৰাধা
বি ই এল, বাঙ্গালোৰ



বৰ্তমান পৃথিৱীৰ জনসংখ্যা ছশ কোটি। ২০২০ বৰ্ষৰ ভিতৰত ই বাঢ়ি গৈ আঠশ কোটি হ'বগৈ। ইয়াৰ ফলত দুটা সমস্যাৰ উদ্ভৱ হ'ব। এটা হ'ল— টাইটেনিয়াম, টাংষ্টেন, মলিব্‌দেনাম্‌ আদিৰ দৰে বহু মূল্যবান ধাতুৰতো কথাই নাই— বহুত সাধাৰণ ধাতুৰ উপলভ্যতাও বহুলাংশে হ্ৰাস পাব। আনহাতে জনমূৰি হিচাবত মানুহে বসবাস কৰা ভূমিৰো অকূলন হ'ব। এনে অৱস্থাৰ জোৰা মাৰিবলৈ 'space-mining' কৰিব লাগিব। এইটো কৰিব পৰা যাব মঙ্গল আৰু পৃথিৱীৰ মাজত থকা চন্দ্ৰত। মঙ্গল গ্ৰহ হ'ব মানুহৰ উপনিবেশ বা বাসস্থান আৰু 'জিৰ' গ্ৰেভিটি' থকা চন্দ্ৰ হ'ব ফেক্টৰী। মঙ্গল গ্ৰহ মানুহৰ বাসোপযোগী কৰাৰ বাবে 'terra-farming' ৰ প্ৰয়োজন হ'ব।



*ভগৱান অথবা বিজ্ঞান— কোনটোত আমি বিশ্বাস কৰিম?*

— ৰাজবীৰ দেশাই
ভূপাল

 ভগৱান আৰু বিজ্ঞান— দুয়োটাই আমাক জীৱনৰ সত্য আৰু বাস্তৱতাৰ পিনে লৈ যায়। আধ্যাত্মিকতাৰ বাবে ভগৱানৰ দৰকাৰ আৰু ঐহিক বা পাৰ্থিৱ উন্নতিৰ বাবে বিজ্ঞানৰ প্ৰয়োজন। জীৱনত দুয়োটাই অপৰিহাৰ্য।



*শিশুসকলৰ মনত কেনেকৈ বিজ্ঞানৰ প্ৰতি ৰাপ বৃদ্ধি কৰিব পৰা যাব?*

— পুনম্ গৌতম
পুণে ইউনিভাৰ্ছিটি, পুণা



আমি সততে শিশুসকলক প্ৰশ্ন সোধাৰ বাবে প্ৰোৎসাহিত কৰিব লাগিব আৰু সিহঁতৰ মনবোৰ সন্তুষ্ট হোৱাকৈ প্ৰশ্নবোৰৰ যথাযথ উত্তৰ দিয়াত আমাৰ ধৈৰ্য থাকিব লাগিব। প্ৰশ্ন সোধাৰ পৰা আমি শিশুসকলক বাৰণ কৰিব নালাগিব। অনুসন্ধিৎসাই সৃজনশীলতাৰ আধাৰ বা ভেটি আৰু ই কৌতূহলী বা অনুসন্ধিৎসু মন বা মস্তিষ্কৰ সৈতে বৈজ্ঞানিক প্ৰবৃত্তি বা বিজ্ঞান মানসিকতাৰ সৃষ্টি কৰাত বাট দেখুৱাব।

*এজন বিজ্ঞানী হিচাপে আপুনি বহুদিন ধৰি বিজ্ঞানৰ কাম-কাজৰ সৈতে জড়িত হৈ আছে। এটা গৱেষণা প্ৰতিষ্ঠানৰো মুৰব্বী হিচাপে কাৰ্যভাৰ চলাই আহিছে। মই সুধিব খুজিছোঁ— কেনে ধৰণৰ গঠনাত্মক নীতি, প্ৰয়োগ, পুৰস্কাৰ আৰু সংস্কৃতিয়ে গৱেষক বিজ্ঞানীসকলক উৎসাহ বা প্ৰেৰণা দিব পাৰিব? গৱেষণা আৰু উন্নয়ন গোট পৰিচালনা কৰাৰ বাবে কি শিক্ষা'ৰ প্ৰয়োজন? ইয়াৰ অপ্ৰত্যক্ষ বিপদবোৰ কি?*

— নীলিমা এছ.

ইণ্ডিয়ান ইন্‌ষ্টিটিউট অৱ ছায়েন্স, বাঙ্গালোৰ



গৱেষণা আৰু বিকাশৰ ক্ষেত্ৰত সফলতা লাভ কৰিবলৈ হ'লে বিজ্ঞানীসকলৰ মাজত বিজ্ঞান ভাবনা বা মানসিকতা সৃষ্টি কৰিব লাগিব আৰু তাৰ বাবে আমাৰ এটা সাংগঠনিক নীতি থাকিব লাগিব। মুক্ত আলোচনা-বিলোচনা, সমালোচনাৰ প্ৰতি সহনশীলতা, দলবদ্ধ কাম কৰা, সমূহীয়া সমস্যাৰ সমাধান কৰা আৰু কাম-কাজৰ ধাৰাবাহিক উন্নতি সাধন— এনে উদ্দেশ্য থাকিব লাগিব। সংগঠনৰ নীতি-নিয়মত নমনীয়তা থাকিব লাগিব যাতে সময়ে সময়ে সেইবোৰৰ সালসলনি কৰি চিন্তন আৰু সৃজনশীলতাক প্ৰোৎসাহিত কৰিব পাৰি। প্ৰতিভা বা দক্ষতাৰ বিচাৰ আৰু কাম-কাজৰ মূল্যাঙ্কন হ'ব লাগিব পুৰস্কাৰৰ আধাৰ। বিজ্ঞান আৰু প্ৰযুক্তিত অসম্ভৱ বুলি একো কথা নাই— এনে এটা ভাবৰ পোষকতা কৰাটোৱেই হ'ব লাগিব সংস্কৃতিৰ বুনিয়াদ।

*যন্ত্ৰই মানুহৰ ভাবাৱেগক অধিকাৰ কৰিলে কিয়? ইয়াৰ প্ৰতিকাৰ কি?*

— বিন্নী অৰোৰা
ডি এ ভি ইন্‌ষ্টিটিউট অব্ ইঞ্জিনীয়াৰিং এণ্ড্
টেকন'লজী, জলন্ধৰ



তোমাৰ কথাৰ ভাবাৰ্থ যদি এইটো হয় যে আমাৰ জীৱনৰ চলন শক্তি পুৱাৰ পৰা ৰাতিলৈকে ই-মেইল, ইন্টাৰনেট্, চাইবাৰ আহিলা-পাতি, টি.ভি., কম্পিউটাৰ, লেপ্‌টপ্, মোবাইল ফোন আদিৰ দৰে বৈদ্যুতীন সামগ্ৰীসমূহৰ দ্বাৰা চালিত হয়, তেনেহ'লে মই এইদৰে ক'ম ঃ বহুলোকৰ অভিজ্ঞতা এই যে এই উপকৰণসমূহে জ্ঞানৰ ভেটি প্ৰসাৰিত কৰিছে আৰু আমাৰ কাম-কাজবোৰো অধিক নিপুণ বা নিখুঁত কৰিছে। অৱশ্যে এইটোও ঠিক— কম্পিউটাৰক কেতিয়াও আমাৰ নিযন্ত্ৰক হ'ব দিব নোৱাৰোঁ. সেইটো সম্ভৱো নহয়। কাৰণ যন্ত্ৰৰ ধী-শক্তিতকৈ মানুহৰ সৃজনশীলতা সদায় শ্ৰেষ্ঠ।

*বিজ্ঞানী এজনৰ সাফল্যৰ লাভালাভ পাওঁতে বহু বছৰ লাগি যায়। কেতিয়াবা আনকি তেওঁৰ কাম-কাজে মৃত্যুৰ পিছতহে স্বীকৃতি লাভ কৰে। তেনেস্থলত এজন বিজ্ঞানী হোৱাৰ পিছত আমাৰ ভৱিষ্যৎ কি হ'ব?*

— অনীতা জৈন
নিউ ষ্টেট একাডেমী, দিল্লী



**যি সকলে বিজ্ঞানীৰ কৰ্মজীৱন আৰম্ভ কৰিছে আৰু 'pure science'-অত গৱেষণা কৰিছে তেওঁলোক কোনো লাভালাভৰ প্ৰতি আকৰ্ষিত নহয়। বিজ্ঞানৰ প্ৰত্যাহ্বান আৰু তাৰ প্ৰতি থকা অনুৰাগেহে তেওঁলোকক আকৰ্ষিত কৰে।**

*উঠি অহা অভিযন্তাসকলৰ উদ্দেশ্যে আপুনি কি বাণী দিব?*

— থমাছ এন্টনী
টি ও চি এইচ ইন্‌ষ্টিটিউট অব্ ছায়েন্স
এণ্ড্ টেকন'লজী, আৰাকুন্নাম্



নিজৰ কৰ্মজীৱনৰ পাতনি মেলাৰ সময়ত অভিযন্তাসকলে এই শপত লোৱা উচিত ঃ

- ইঞ্জিনীয়াৰিং আৰু টেকন'লজী এক জীৱনজোৰা লক্ষ্য। সেইবাবে মই কঠোৰ পৰিশ্ৰম কৰিম আৰু সফল হ'ম।

- য'তেই নাথাকো কিয়, মই কি পদ্ধতি বা উৎপাদৰ আৱিষ্কাৰ, উদ্ভাৱন বা অনুসন্ধান আৰু পৰিৱৰ্তন সাধন কৰিব পাৰো সেই চিন্তা মনত ৰাখি কাম কৰি যাম।

- 'মোৰ ডেউকা লগোৱা দিনবোৰ যাতে অবাবত পাৰ হৈ নাযায়'— মই সদায় এই কথাটো মনত ৰাখিম।

- মই এইটো ভালদৰে উপলব্ধি কৰিছোঁ যে মই এক মহান প্ৰৌদ্যোগিকী লক্ষ্য নিৰ্ধাৰণ কৰিব লাগিব যি লক্ষ্যই মোৰ উদ্দেশ্য ওপৰলৈ নিয়াৰ বাট দেখুৱাব, আৰু কঠোৰ পৰিশ্ৰম কৰি লক্ষ্য পূৰণৰ বাবে অহোপুৰুষাৰ্থ কৰিব লাগিব।

- দেশৰ মহান বিজ্ঞানীসকল, প্ৰৌদ্যোগিকী ব্যুৎপত্তি থকা লোকসকল, উৎকৃষ্ট শিক্ষকসকল আৰু মহৎ গ্ৰন্থবোৰ মোৰ জীৱনৰ শ্ৰেষ্ঠ বন্ধু হ'ব।

- মোৰ দৃঢ় বিশ্বাস যে কোনো সমস্যাই মোক পৰাভূত কৰিব নোৱাৰে। মই সমস্যাসমূহৰ নিযন্ত্ৰক হ'ম, সিবোৰক পৰাভূত কৰি মই সফল হ'ম।

- পানী, বিজুলী, বাসস্থান, আৱৰ্জনা প্ৰবন্ধন আৰু পৰ্যাবৰণ সংক্ৰান্তীয় যিবোৰ সমস্যাই আমাৰ পৃথিৱীখনক ভাৰাক্ৰান্ত কৰিছে সেইবোৰ বিজ্ঞান আৰু প্ৰযুক্তিৰ সহায়ত আঁতৰ কৰিম।

- মোৰ অন্তৰত ৰাষ্ট্ৰীয় পতাকাখন অনবৰতে উৰি থাকিব (অৰ্থাৎ মোৰ অন্তৰত সদায় অগাধ দেশভক্তি থাকিব) আৰু মই দেশৰ গৌৰৱ বৃদ্ধি কৰিম।

*ভগৱানৰ স্থিতি আছে বা নাই— বিজ্ঞানে এই দুটাৰ মাজৰ কোনটো সত্য প্ৰতিষ্ঠিত কৰিব?*

— দীপক ভাণ্ডাৰে
ঔৰঙ্গাবাদ স্কুল, ঔৰঙ্গাবাদ



বিজ্ঞানৰ সহায়তেই আমি বাস কৰা পৃথিৱীখনৰ বিষয়ে আৰু সমস্ত হাতীপটি বা আকাশীগঙ্গাৰ কথা জানিব পাৰিছোঁ। বিজ্ঞানৰ সহায়তেই এই বিশ্ব ব্ৰহ্মাণ্ডৰ আৰু বহুতো হাতীপটি আৰু নক্ষত্ৰৰ অৱস্থিতিৰ উমান পাইছোঁহক। প্ৰতিদিনে হোৱা ন-ন আৱিষ্কাৰসমূহৰ ওপৰত দৃষ্টি নিক্ষেপ কৰিলেই আমি এইটো উপলব্ধি কৰোঁ যে আমি আজিও আমাৰ প্ৰকৃতিক সম্পূৰ্ণকৈ বুজি উঠিবলৈ সক্ষম হোৱা নাই। এতিয়াও বহু ৰহস্য আমাৰ বাবে অনুদ্‌ঘাটিত হৈয়েই আছে। আমি এইটোও জানো যে এই সমস্ত গ্ৰহ-নক্ষত্ৰ আৰু নক্ষত্ৰপুঞ্জবোৰ এক বহিঃশক্তিৰ দ্বাৰা সন্তুলিতভাৱে পৰিচালিত হৈ আছে। সেই শক্তিটোনো কি?
সেই শক্তিকেই মই ঈশ্বৰ বুলি কওঁ।

এখন উন্নত দেশলৈ ৰূপান্তৰিত হোৱাৰ দৌৰত ভাৰতবৰ্ষ একেবাৰে লক্ষ্যবিন্দুত উপনীত হওঁ হওঁ। দেশৰ অনূৰ্ধ্ব পঁচিছ বছৰ বয়সৰ ৫৪ কোটি যুৱক হৈছে মূল সম্পদ যাৰ বলত এই ৰূপান্তৰ সম্ভৱপৰ হৈ উঠিব।

শিশু আৰু যুৱকসকল হ'ল ৰাষ্ট্ৰৰ ভৱিষ্যতৰ প্ৰতিচ্ছবি। তেওঁলোক হ'ল আমাৰ আগন্তুক দিনৰ আশা-ভৰসাৰ থল। এই যুৱশক্তিক সঠিক পথৰ সন্ধান দিব পাৰিলে তেওঁলোকে এক কোবাল গতিবেগৰ সৃষ্টি কৰিব যি গতিবেগে দেশক ক্ষিপ্ৰতাৰে বিকাশৰ পথেদি আগুৱাই নিব। সেইবাবে এই বিপুল আৰু মহামূল্যবান মানৱ সম্পদক আমি খুব সাৱধানতাৰে আপডাল কৰিব লাগিব। তাকে কৰিবলৈ হ'লে আমি এই সম্পদক পৰিকল্পনা আৰু উন্নয়ন প্ৰক্ৰিয়াৰ কেন্দ্ৰীয় বিন্দু কৰি ল'ব লাগিব। যুৱ সম্প্ৰদায়ৰ অভাৱ-অভিযোগ, তেওঁলোকৰ অধিকাৰ আৰু আশা-আকাঙ্ক্ষাক উন্নয়নৰ মূল প্ৰেক্ষাপটত উপস্থাপন কৰাত অগ্ৰাধিকাৰ দিয়াটো আমাৰ কৰ্তব্য।

দেশৰ মাটিত জন্মা প্ৰতিটো শিশুক পূৰ্ণপ্ৰস্ফুটিত হ'বলৈ দিব লাগিব। আকৌ এনে কিছুমান শিশু আছে যিবিলাকক প্ৰতিপাল বা চোৱাচিতা কৰিবলৈ নিজৰ পৰিয়াল নাই। তেনে অনাথ আৰু দুৰ্ভগীয়া শিশুসকলৰ প্ৰতিও অতিৰিক্ত ধ্যান দিয়া আৰু সা-সুবিধা আগবঢ়োৱাটো বিশেষ দৰকাৰী।

ভাৰতবৰ্ষৰ উপৰি অইন দেশৰ ল'ৰা-ছোৱালীৰ লগত মত বিনিময় কৰি মোৰ এইটো ধাৰণা হৈছে যে সকলো যুৱক-যুৱতীৰ আশা-আকাঙ্ক্ষা একেই, অৰ্থাৎ তেওঁলোকৰ আটায়ে এখন শান্তিপূৰ্ণ, নিৰাপদ বা সুৰক্ষিত আৰু সমৃদ্ধিশালী দেশত বাস কৰিব বিচাৰে। আটায়ে বিচাৰে প্ৰত্যাহ্বানমূলক মিছন, বছা বছা আদৰ্শ আৰ্হি আৰু তেওঁলোকৰ পথ-প্ৰদৰ্শক হ'ব পৰা উদ্যমী নেতা। এই যুৱকসকলৰ জ্ঞান-গৰিমা, উৎসাহ-উদ্দীপনা আৰু কঠোৰ শ্ৰমৰ সংযোজন হ'ল দেশৰ শ্ৰী-চেহেৰা সলনি কৰি দিব পৰা এক শক্তিশালী বহ্নি। ২০২০ বৰ্ষৰ ভিতৰত ভাৰতবৰ্ষ এখন বিকশিত ৰাষ্ট্ৰ হ'ব লাগিলে একমাত্ৰ যুৱ সম্প্ৰদায়ৰ কান্ধত উঠি গতি কৰিলেহে সেইটো সম্ভৱপৰ হ'ব।



*শিশুসকলৰ প্ৰতি আপোনাৰ অন্তৰত গভীৰ ভালপোৱা আছে। কিহে আপোনাক তেওঁলোকৰ প্ৰতি আসক্ত কৰিছে? ইয়াৰ আঁৰত কিবা ঘটনা আছে নেকি?*

— আদিত্য ৰমেশ
কেন্দ্ৰীয় বিদ্যালয়, কোচী



ডেকাসকলৰ চকুত থাকে অযুত স্বপ্ন আৰু তেওঁলোকৰ একোটাইঁত অনুসন্ধিৎসু মন আছে। তোমালোকৰ মনত মহানতা, উৎসুকতা, দায়বদ্ধতা, নিষ্ঠা আৰু দেশক মহান হিচাপে গঢ় দিয়াৰ যি সঙ্কল্প বা উদ্বিগ্নতা আছে তাৰ দ্বাৰা তোমালোকক সাঁচত দি মহান হিচাপে গঢ় দিব পৰা যাব।

*আজিকালিৰ ল'ৰা-ছোৱালীৰ গাত থকা বিশেষ গুণবোৰ কি? আজিৰ শিশুৰ গাত থকা গুণৰাশিক আপোনাৰ সময়ৰ শিশুসকলৰ গুণৰ সৈতে কেনেকৈ ৰিজাব?*

— যোগেশ পেটেল
কেৰেলা পিপ্‌লছ্ এডুকেশ্যন স্কুল, ভাৱনগৰ



মই এটা কথা লক্ষ্য কৰিছোঁ যে আজিকালিৰ ল'ৰা-ছোৱালীবোৰ বেছি কৌতূহলী বা অনুসন্ধিৎসু আৰু তেওঁলোকে অতি সোনকালে কৰ্মৰ ফলাফল লাভ কৰিব বিচাৰে। তেওঁলোকৰ আশা-আকাঙ্ক্ষাও উচ্চ। তদুপৰি আজিকালিৰ শিশুসকল বেছি বুদ্ধিমান।

*২০২০ বৰ্ষৰ ভিতৰত এখন বিকশিত ভাৰতবৰ্ষৰ যি সপোন আপুনি দেখিছে সেই সপোনক বাস্তৱায়িত কৰাৰ বাবে ডেকাশক্তিয়ে নিজক কিদৰে প্ৰস্তুত কৰিব?*

— অন্দলীব্ মীৰ্জা
ইউনিটি কলেজ, লক্ষ্ণৌ



'VISION 2020' অকল মোৰেই লক্ষ্য নহয়— ই সমগ্ৰ দেশৰ লক্ষ্য। তোমালোকৰ প্ৰত্যেকে পঢ়া-শুনাত উৎকৰ্ষতা লাভ কৰি সেই স্বপ্নক বাস্তৱায়িত কৰাত অংশ গ্ৰহণ কৰিব পাৰা। তেতিয়া দেশে বহু বহু ডাক্তৰ, বহু বহু অভিযন্তা, শ্ৰেষ্ঠ ৰাজনৈতিক নেতা, শ্ৰেষ্ঠ উদ্যোগী আৰু শ্ৰেষ্ঠ মানৱ লাভ কৰিব পাৰিব। তাৰ উপৰি, তোমালোকে নিজৰ ঘৰ আৰু বিদ্যালয়ৰ চৌপাশে পাঁচোটাকৈ গছৰ পুলি ৰুই পৰ্যাৱৰণৰ উন্নতি সাধিব পাৰাহঁক। বিদ্যালয় বন্ধ থকা সময়খিনিত নিজ ৰাজ্যৰ গ্ৰামাঞ্চললৈ গৈ লেখা-পঢ়া নজনা পাঁচজন লোকক, বিশেষকৈ তিৰোতা মানুহক, শিকাব পাৰা।



মই এটা কথা লক্ষ্য কৰিছোঁ যে আজি-কালিৰ ল'ৰা-ছোৱালীবোৰ বেছি কৌতূহলী বা অনুসন্ধিৎসু আৰু তেওঁলোকে অতি সোনকালে কৰ্মৰ ফলাফল লাভ কৰিব বিচাৰে। তেওঁলোকৰ আশা-আকাঙ্ক্ষাও উচ্চ।

*যুৱ প্ৰজন্মৰ অন্তৰত দেশভক্তি আৰু দেশসেৱাৰ মনোভাব জগাই তুলিবলৈ কি ব্যৱস্থা গ্ৰহণ কৰিব লাগিব?*

— বি ভি ৰূপা
বি ই এল বাঙ্গালোৰ



সমস্যা শিশুসকলক লৈ নহয়। সমস্যা তেওঁলোকৰ পিতৃ-মাতৃ আৰু শিক্ষাগুৰুসকলক লৈহে। শিশুসকলৰ অন্তৰত দেশভক্তিৰ ভাব থাকেই। কিন্তু পিতৃ-মাতৃ বা বয়স্কসকলে দেশৰ প্ৰতি থকা মনোভাব সলনি কৰিব লাগিব। অন্তৰত দেশৰ প্ৰতি ভালপোৱা থাকিলেহে তেওঁলোকে আমাৰ সভ্যতাৰ সাংস্কৃতিক ঐতিহ্য বা পৰম্পৰা অটুত ৰখাৰ বাবে কঠোৰ শ্ৰম কৰিব। তেতিয়া শিশুসকলেও নিজে নিজে সেই আদৰ্শক অনুসৰণ কৰিব।

*ভাৰতবৰ্ষৰ যুৱ সম্প্ৰদায়ৰ ভৱিষ্যৎ কেনে ধৰণৰ হ'ব বুলি আপুনি ভাবে?*

— মুযিন ফাৰুক হকাক্
ছেণ্ট জৰ্জ কলেজ, মুচৌৰী



আমাৰ দেশত ৫৪ কোটি যুৱক আছে। এইটো আমাৰ প্ৰধান শক্তি। তেওঁলোকে ভাৰতবৰ্ষক এখন উন্নত দেশলৈ ৰূপান্তৰিত কৰাত গুৰুত্বপূৰ্ণ বৰঙণি আগবঢ়াব লাগিব। তেওঁলোকে পঢ়া-শুনাত উৎকৰ্ষ সাধন কৰিব লাগিব। ন-ন উদ্যোগ হাতত লোৱাৰ বাবে যি উদ্যমশীলতাৰ প্ৰয়োজন সেইটো তেওঁলোকৰ পাঠ্যক্ৰমৰ অন্তৰ্ভুক্ত হ'ব লাগিব। সংস্থান বা ৰোজগাৰ বিচাৰি ফুৰা লোক হোৱাৰ পৰিৱৰ্তে নিযোগকৰ্তা বা আনৰ বাবে সংস্থান সৃষ্টি কৰিব পৰা লোক হ'ব লাগিব। তোমালোকৰ হাতত গধুৰ দায়িত্ব ন্যস্ত হৈছে। যেনে— নদী সংযোগীকৰণৰ ব্যৱস্থা, 'পুৰা' (PURA) যোজনাৰ সফল ৰূপায়ণ আদি। আটাইতকৈ গধুৰ দায়িত্ব হ'ল ভাৰতবৰ্ষক এখন উন্নত দেশ হিচাপে গঢ়ি তোলা। তোমালোকে যি কামতে হাত নিদিয়া কিয়— সৰ্বক্ষণ এটাই মিছন মনত ৰাখিবা। সেইটো হ'ল— ভাৰতবৰ্ষক এখন উন্নত দেশলৈ ৰূপান্তৰিত কৰাৰ মিছন।



*বৰ্তমানৰ যুৱ প্ৰজন্মৰ লক্ষ্য হ'ল বিভিন্ন বৈষয়িক সা-সুবিধা থকা উচ্চ হাৰৰ দা-দৰমহাৰ চাকৰি একোটা। তেওঁলোকে যোলৰ পৰা ওঠৰ ঘন্টা পৰ্যন্ত কাম কৰিব, দুয়ো হাতে লাখ লাখ টকা খৰচ কৰিব। তথাপি তেওঁলোক অসুখী। এনে যুৱ প্ৰজন্মৰ প্ৰতি আপুনি কি উপদেশ দিব?*

— জেন মেৰী
জুবিলী মিছন মেডিকেল কলেজ এণ্ড্
ৰিছাৰ্চ ইনষ্টিটিউট, ত্ৰিচুৰ



তোমালোকে সন্তুষ্টি লাভৰ মানসিকতা আয়ত্ত কৰিব লাগিব। কেৱল ধন-দৌলতৰ পৰাই সুখ নাহে। সুখ লাভৰ বাবে কাম-কাজত সন্তুষ্টি, সম্পৰ্কত সন্তুষ্টি, আদান- প্ৰদানত সন্তুষ্টি লাভ কৰিব লাগিব। সৰ্বোপৰি, সমাজৰ পৰা আমি যিমানখিনি লাভ কৰিছোঁ সেইখিনিৰ জোখাৰে সমাজক কিবা এটা দিব পাৰিলেহে প্ৰকৃত সুখৰ আগমন ঘটিব।

*বৰ্তমানৰ যুৱ প্ৰজন্মক ৰাজনীতিৰ প্ৰতি আকৰ্ষিত কৰাৰ উদ্দেশ্যে ইয়াক কিদৰে অধিক সন্মানজনক অৱস্থালৈ নিব পৰা যাব? সৎ ৰাজনীতিজ্ঞ আৰু সৎ নেতা হোৱাৰ বাবে কি কি গুণ বা কৌশল আয়ত্ত কৰিব লাগিব?*

— নিখিল আইজাক মনোহৰ
ছেইন্ট্ ব্ৰিট্টো'জ একাডেমী, চেন্নাই



যি কোনো গণতান্ত্ৰিক দেশৰ ৰাজনৈতিক ব্যৱস্থাই ৰাষ্ট্ৰক এক ভিজন বা স্বপ্ন প্ৰদান কৰে, ৰাষ্ট্ৰৰ উন্নয়নত দৃষ্টি নিবদ্ধ কৰে আৰু বিধান মণ্ডলীৰ পৰামৰ্শ অনুসৰি চৰকাৰৰ ৰূপত সেইবোৰ কাৰ্যকৰী কৰে। আমি ৰাজনীতিৰ প্ৰতি সন্মান বা মৰ্যাদা কিদৰে সুনিশ্চিত কৰিম? ৰাজনৈতিক ব্যৱস্থা 'ৰাজনৈতিক ৰাজনীতি' আৰু 'উন্নয়নমূলক ৰাজনীতি'ৰ সমান। উন্নয়নমূলক ৰাজনীতিৰ ভাগফল যিমানে বেছি হ'ব সিমানে বেছি মৰ্যাদা দাবী কৰিব। যুৱ প্ৰজন্মই নিজৰ সৎ ৰাজনৈতিক নেতাৰ পৰিচয় সুদৃঢ় কৰাৰ বাবে উন্নয়নমূলক ৰাজনীতিত ধ্যান কেন্দ্ৰীভূত কৰিব লাগিব।



*পিতৃ-মাতৃ আৰু শিক্ষকৰ বৰ্ধিত হেঁচা, বৰ্ধিত কলেবৰৰ পাঠ্যক্ৰমৰ বোজা, উদ্বিগ্নতা আৰু সকলোৰে উৰ্ধ্বত, সমাজত হীনমন্যতাৰ ভাব— এইবোৰৰ পৰিপ্ৰেক্ষিতত, আমি যদি Pure science-অত নাম ভৰ্তি কৰোঁ তেনেহ'লে আমি ভাৰতবৰ্ষৰ স্বপ্ন পূৰণ কৰিব পাৰিম নে?*

— পি অৰুণা
বাঙ্গালোৰ



**নিজৰ ৰুচি-অভিৰুচি অনুসৰি যিয়ে আনৰ কথালৈ কৰ্ণপাত নকৰি নিজ পছন্দৰ বিষয় আৰু কাম নিৰ্বাচন কৰি ল'ব পাৰে তেওঁলোকেই আটাইতকৈ সফল ব্যক্তি হ'ব পাৰিব।**



*অনুগ্ৰহ কৰি আমাক কেইটামান অনুপ্ৰেৰণামূলক বাণী দিয়ক।*

— জ্যোতি
ডি এ ভি স্কুল, চণ্ডীগড



দেশৰ যুৱকসকলৰ প্ৰতি মোৰ এটা বাণী আছে।
সকলো যুৱকৰ মনত অদম্য শক্তি বা সাহস থাকিব লাগিব। অদম্য শক্তিৰ দুটা উপাদান আছে। প্ৰথমতঃ তোমাৰ এটা নিশ্চিত লক্ষ্য থাকিব লাগিব আৰু সেই লক্ষ্য পূৰণৰ বাবে কঠোৰ শ্ৰম কৰিব লাগিব। দ্বিতীয়তে, যি কোনো কামত হাত দিয়াৰ সময়ত তুমি নিশ্চয় কিছুমান আহুকালৰ সন্মুখীন হ'বা। তেনে পৰিস্থিতিত, সমস্যাসমূহক তোমাৰ গৰাকী বা নিয়ন্ত্ৰক হ'বলৈ নিদিবা। তাৰ পৰিৱৰ্তে, তুমিহে সেই সমস্যাবোৰৰ নিযন্ত্ৰক হোৱা, সমস্যাবোৰক পৰাভূত কৰা আৰু সফলতা অৰ্জন কৰা। সৌভাগ্যৰ কথা যে আমাৰ দেশত যুৱ প্ৰজন্মৰ দৰে এক বৃহৎ সম্পদ আছে। তৰুণসকলৰ তেজস্বী মনবোৰ আন যি কোনো সম্পদৰ তুলনাত শ্ৰেষ্ঠ সম্পদ। এই তেজস্বী মনবোৰে যেতিয়া অদম্য শক্তি লৈ কাম কৰি যাব তেতিয়া সুখ-সমৃদ্ধিৰে ভৰা এখন সুৰক্ষিত ভাৰতবৰ্ষ গঢ়ি উঠাটো নিশ্চিত।

*মই এজনী এঘাৰ বছৰীয়া ছোৱালী। দেশৰ সমস্যা সমাধানৰ ক্ষেত্ৰত মই কি ধৰণে বৰঙণি যোগাব পাৰোঁ?*

— ৰতাক্ষী

ডি পি এছ ইবতিদা শিক্ষা কেন্দ্ৰ



তোমাৰ প্ৰথম কাম হ'ল পঢ়া-শুনা। প্ৰথমতে পঢ়া-শুনাত উৎকৰ্ষতা লাভ কৰা। স্কুল বন্ধৰ ভিতৰত তুমি যদি সময় পোৱা তেনেহ'লে লেখা-পঢ়া নজনা দুজনমান লোকক শিকাব পাৰা। তোমাৰ ওচৰ-পাজৰৰ ঠাই বা বিদ্যালয়ত দুডাল গছৰ পুলি ৰুই তাৰ আপডাল কৰিবা। পানী আৰু বিজুলীৰ অপব্যয় ৰোধ কৰিবা। তোমাৰ চৌপাশটো পৰিষ্কাৰ-পৰিচ্ছন্নকৈ ৰখাৰ ক্ষেত্ৰত পৰিয়ালৰ মানুহক সহায় কৰিবা।

*বৰ্তমান যুগত সাম্প্ৰদায়িক সম্প্ৰীতি আৰু ধৰ্মনিৰপেক্ষতা দেশৰ উন্নতিৰ বাবে অপৰিহাৰ্য। কিন্তু দুৰ্ভাগ্যক্ৰমে, সেইবোৰ ক্ৰমান্বয়ে সমাজৰ পৰা আঁতৰি গৈছে। এতিয়া আমি নতুন প্ৰজন্মৰ ছাত্ৰ-ছাত্ৰীসকলে মানুহৰ মানসিক পৰিমণ্ডল আৰু পৰিবেশক কেনেকৈ সলনি কৰিব পাৰিম?*

— মীনু ৰোজাম্মা

যোচেফ এম ই টি পাব্‌লিক স্কুল

পেৰাম্বাভূৰ



প্ৰথমতে, তোমালোক সচেতন নাগৰিক হ'ব লাগিব। তাৰ পিছত, ভাৰতৰ সকলো মানুহৰ মনবোৰ একত্ৰিত কৰাৰ বাবে কাম কৰিব লাগিব। ভেদাভেদ নোহোৱাকৈ সকলোৱে যেতিয়া সমান ব্যৱহাৰ পাব তেতিয়া মনৰ বা ভাৱধাৰাৰ একতা নিশ্চিতভাৱে লাভ কৰিব পৰা যাব। মূল আদৰ্শ হ'ল— সকলোকে ভাল পাবা, সকলোকে সহায় কৰিবা, আৰু বিলাই দিয়া মানসিকতাৰ গঢ় দিবা।



সততাৰে নিজৰ কাম কৰি যোৱা
আৰু নিষ্ঠা বা সততাৰে সফলতা লাভ কৰা
এয়ে তোমালোকৰ জীৱনৰ মূলনীতি
বা মূলমন্ত্ৰ হোৱা উচিত।
শান্তি আৰু সৌহার্দৰ মাজেৰে
সমগ্ৰ সমাজখনৰ বাবে উন্নতি সধাৰ
এইটোৱেই একমাত্ৰ পথ।

*আমি অন্তৰত দেশাত্মবোধ বা দেশৰ প্ৰতি গভীৰ অনুৰাগ থকা ছাত্ৰসকলে যদি ৰাজনীতিত অংশ গ্ৰহণ কৰিব খোজোঁ তেনেহ'লে ৰাজনীতিৰ অপৰাধপ্ৰৱণ লোকসকলৰ সৈতে আমি কিদৰে যুঁজ দি জয়লাভ কৰিব পাৰিম?*

— সত্য গাৰৱী
ওছমানিয়া মেডিকেল কলেজ, হায়দৰাবাদ



বিগত কিছুদিন ধৰি মই এটা কথা লক্ষ্য কৰিছোঁ যে আমাৰ দেশৰ নাগৰিকসকলৰ মনত উন্নয়নমূলক কথা আৰু উন্নযনমূলক কাৰ্যৰ ৰূপায়ণৰ প্ৰতি দিনে দিনে সচেতনতা বাঢ়িছে। আনহাতে, দল বা নিৰ্বাচিত কৰিবলগীয়া প্ৰাৰ্থীৰ উন্নয়নমূলক কাম-কাজ পূৰ্বচৰ্ত বা আধাৰ হৈছে। সেইবাবে মই এই বিষয়ত নিশ্চিত হৈছোঁ যে ভৱিষ্যতে ভাৰতৰ ভোটদাতা ৰাইজে দেশাত্মবোধ থকা আৰু নিজৰ দেশ আৰু জাতিৰ উন্নয়নৰ কাম-কাজত মনোনিৱেশ কৰা ৰাজনৈতিক নেতাৰ প্ৰয়োজনীয়তা উপলব্ধি কৰিব। এইটো কথাও মনত ৰাখিবা— তোমালোকৰ অন্তৰত এনেকুৱা সাহস থাকিব লাগিব ঃ

- বেলেগ ধৰণে ভাবনা-চিন্তা কৰাৰ সাহস
- উদ্ভাৱন কৰাৰ সাহস
- অজান পথেদি ভ্ৰমণ কৰাৰ সাহস
- অসম্ভৱক আৱিষ্কাৰ কৰাৰ সাহস
- আৰু সমস্যা বা প্ৰতিকূলতাক নেওচি সফল হোৱাৰ সাহস।

তোমালোকে মনত এনে এটা পণ ল'ব লাগিব— এই দেশৰ যুৱক হিচাপে তোমালোকে হাতত লোৱা সকলো মিছনত সফলতা লাভ কৰাৰ বাবে সাহসেৰে কাম কৰি যাবা।



*ভৱিষ্যতে সমাজৰ নেতা হোৱাৰ বাবে আমি কি ধৰণৰ গুণ বিকশিত কৰিব লাগিব?*

— অপূৰ্ব দ্বিবেদী
নেশ্যনেল ইন্‌ষ্টিটিউট্ অব্ টেকন'লজী, হামিৰপুৰ



তোমালোকৰ একোটাহঁত ভিজন বা লক্ষ্য থাকিব লাগিব, আৰু সেই লক্ষ্য পূৰণ কৰাৰ বাবে দুৰ্বাৰ আকাংক্ষাও থাকিব লাগিব। সাহসেৰে সকলো সিদ্ধান্ত ল'ব লাগিব। সফলতা-বিফলতা দুয়োটাকে চম্ভালি ল'ব জানিব লাগিব আৰু সেই ব্যৱস্থাপনাত মহানতাৰ স্ফুৰণ ঘটিব লাগিব। সৰ্বোপৰি, যি সততা বা নিষ্ঠাৰে কামত ব্ৰতী হ'বা সেই একে নিষ্ঠা বা সততাৰে সফলতাকো গ্ৰহণ কৰিবাহঁক।

*বৰ্তমানৰ যুৱ সম্প্ৰদায় এক সন্ধিক্ষণত উপনীত হৈছে। বৰ্তমানে চাৰিটা মূল্যবোধ পদ্ধতি টিকি আছে। আমাৰ পূৰ্বপুৰুষসকলে দিয়া মূল্যবোধ, আমাৰ পিতৃ-মাতৃয়ে দিয়া মূল্যবোধ, আমাৰ ৰাজনীতিকসকলে দিয়া মূল্যবোধ আৰু আমাৰ শিক্ষকসকলে দিয়া মূল্যবোধ। এতিয়া আমি কোনটো মূল্যবোধ পদ্ধতি অনুসৰণ কৰিম অনুগ্ৰহ কৰি ক'বনে?*

— অক্ষত

এ পী জে স্কুল, নইডা



সেইটো ভুল। চাৰিটা মূল্যবোধ পদ্ধতি বোলা কোনো কথা নাই। প্ৰমূল্যবোৰ শাশ্বত। নৈতিকতাই হওক, নিস্বাৰ্থতাই হওক, দিযাৰ মানসিকতাই হওক— স্বচ্ছতা আৰু সকলোকে সমভাৱে ব্যৱহাৰ কৰা। এইবোৰ আটাইৰে ক্ষেত্ৰত প্ৰযোজ্য। প্ৰমূল্যসমূহ চৰ্চা আৰু অনুসৰণ কৰিব লাগিব।

*আপুনি যে সদায় কণ কণ ল'ৰা-ছোৱালী আৰু যুৱকসকলক লগ ধৰে তাৰ কাৰণ কি? ভাৰতবৰ্ষ এখন উন্নত দেশ হ'ব লাগিব— এই বতৰা দিয়াৰ বাবে নেকি?*

— স্তীফেনী

কানেক্‌টিকাট্ কলেজ, আমেৰিকা যুক্তৰাষ্ট্ৰ



কাৰণ শিশুসকলৰ উদ্ভাৱনী শক্তি আৰু সৃজনী প্ৰতিভা আছে। তেওঁলোকে সদায় প্ৰশ্নৰ অৱতাৰণা কৰে। তেওঁলোকেই ভাৰতবৰ্ষৰ ভৱিষ্যৎ।

*ভাৰতৰ মুঠ জনসংখ্যাৰ শতকৰা ৫৫ ভাগ যুৱক আৰু যুৱকসকলৰ শক্তিৰ ওপৰত আমাৰ আটাইৰে ভৰসা বা বিশ্বাস আছে। মোৰ মনলৈ অহা প্ৰশ্নটো হ'ল— সক্ৰিয় ৰাজনীতিৰ ক্ষেত্ৰখনত ভাৰতৰ যুৱকসকলৰ ভূমিকা কি হ'ব?*

— তুষাৰ কাত্যায়ন
সিদ্ধগঙ্গা ইন্‌ষ্টিটিউট অব্ টেক্‌ন'লজী, তুমকুৰ



আমাৰ দেশৰ যুৱকসকলে নিজৰ ভোটাধিকাৰ সাব্যস্ত কৰিব লাগিব আৰু তাৰ দ্বাৰা যিসকল নেতাই দেশৰ উন্নয়নৰ ক্ষেত্ৰত আত্মনিয়োগ কৰে তেনে প্ৰাৰ্থীৰ সফলতা নিশ্চিত কৰিব লাগিব। কোনজন প্ৰাৰ্থী শুদ্ধ কোনজন অশুদ্ধ বা ভুল— সেইটো মানুহক বুজাই দিয়াটো তেওঁলোকৰ মূল লক্ষ্য হ'ব লাগিব। অদ্য প্ৰভৃতি মই পাঁচ নিযুতৰো অধিক সংখ্যক যুৱকক লগ পাইছোঁ আৰু প্ৰতিখন মঞ্চত মই এই কথা সুধিছোঁ— তোমালোকৰ কিমান সংখ্যকে ৰাজনীতিত যোগ দিবা? ৰাজনীতিত যোগ দিব খোজা লোকৰ সংখ্যাটো লাহে লাহে বাঢ়িব ধৰিছে। মই যেতিয়া এই প্ৰশ্নটো সোধো— 'তোমালোকে কিয় ৰাজনীতিলৈ যাব খোজা?' তাৰ কেইটামান প্ৰতিনিধিত্বমূলক উত্তৰ তোমালোকৰ লগত আলোচনা কৰোঁ। জলন্ধৰৰ ছোৱালী এজনীয়ে এইবুলি কৈছে— ৰাজনীতিত যোগ দি দেশৰ পৰা জাতিভেদৰ প্ৰথা দূৰ কৰাটোৱেই তেওঁৰ জীৱনৰ লক্ষ্য। লক্ষ্ণৌৰ ছোৱালী এজনীয়ে কৈছে যে তেওঁ দেশৰ স্বপ্নক প্ৰোৎসাহিত কৰিব, সেই স্বপ্নক লক্ষ্য বা মিছনলৈ ৰূপান্তৰ কৰিব আৰু ধৰা-বন্ধা সময়ৰ ভিতৰত দেশৰ উন্নয়নৰ বাবে পৰিকল্পনা বা আঁচনি যুগুত কৰিব।

*বৰ্তমান ভাৰতৰ যুৱপ্ৰজন্ম আৰু বৃত্তিজীৱীসকলৰ বিষয়ে আপোনাৰ কি ধাৰণা?*

— সুজিৎ ভাৰ্গীজ আব্ৰাহাম
ত্ৰিবান্দ্ৰম



বিগত সাতটা বছৰত মই পাঁচ নিযুতমান যুৱকক লগ পাইছোঁ। তদুপৰি ডেকা বয়সৰ মানুহৰ পৰা মই নিতৌ অজস্ৰ ই-মেইল পাওঁ। তেওঁলোকৰ আটায়ে উৎসাহ-উদ্দীপনাত টগ্‌বগাই থাকে। শিক্ষা আৰু মূল্যবোধৰ জৰিয়তে আমি তেওঁলোকক সমৰ্থৱান আৰু শক্তিশালী কৰি তুলিব লাগিব।

*আপুনি পৰৱৰ্তী ৰাষ্ট্ৰপতি হিচাপে কাক নিৰ্বাচন কৰিব?*

— নীলকণ্ঠ পেটেল
তেজস্ বিদ্যালয়, বাদোডৰা



তোমাক।
তুমি সাজু হোৱা।

বিকশিত ভাৰতবৰ্ষৰ মিছনৰ প্ৰত্যাহ্বান ফলৱতী কৰিবলৈ হ'লে দেশৰ যুৱ সম্প্ৰদায়ৰ সুসংহত, সন্মিলিত আৰু কেন্দ্ৰীভূত প্ৰচেষ্টাৰ প্ৰয়োজন। দেশ এখনক মহান বুলি গণ্য কৰা হয় সেই দেশৰ মানুহৰ চিন্তা-চেতনাৰ গভীৰতা অনুসৰি। বিশেষকৈ ক'বলৈ হ'লে ভাৰতৰ যুৱ সম্প্ৰদায়ৰ বৃহৎ লক্ষ্য থাকিব লাগিব। কিয়নো ক্ষুদ্ৰ লক্ষ্য হ'ল অপৰাধ। বৰ্তমানৰ শিক্ষা-ব্যৱস্থাই ছাত্ৰসকলৰ মূৰৰ ওপৰত গধুৰ কামৰ বোজা তুলি দিছে— সেইটো সঁচা। তথাপি ই তেওঁলোকক সপোন দেখাত বাধা দিব নালাগিব— অৰ্থাৎ তেওঁলোকে সপোন দেখিবই লাগিব।

আটায়ে যাতে নিজৰ বাবে সপোন দেখে তাৰ বাবে উদগনি দিব লাগিব। স্বপ্ন নাথাকিলে তেওঁলোক সেই লক্ষ্য পূৰণৰ বাবে অনুপ্ৰেৰিত নহ'ব। লাহে লাহে তুমি দেখিবা সঠিক আৰু নিৰ্ভুল প্ৰচেষ্টাৰ জৰিয়তে স্বপ্ন চিন্তালৈ ৰূপান্তৰিত হ'ব। তাৰ পাছত প্ৰচেষ্টা আৰু শ্ৰমৰ সেই চিন্তাবোৰক কৰ্মলৈ ৰূপান্তৰিত কৰিব পৰা যাব। কৰ্মৰ প্ৰতি দায়বদ্ধতা থাকিলেহে সফলতা সম্ভৱপৰ হ'ব। এই 'স্বপ্ন-চিন্তা-কৰ্ম'ৰ দৰ্শন প্ৰতিজন ভাৰতীয়ই হৃদয়েৰে অনুধ্যান কৰাটো মই বিচাৰোঁ।

ৰাষ্ট্ৰপতি হিচাপে— তাৰ আগতে এজন বৈজ্ঞানিক হিচাপে, মই জীৱনৰ পৰা তিনিটা গুণৰ মহত্ত্ব উপলব্ধি কৰিছোঁ— জ্ঞান, পৰিশ্ৰম আৰু অধ্যৱসায়।

আমাৰ দেশৰ এটা উজ্জ্বল ভৱিষ্যৎ আছে। আমি আটায়ে, বিশেষকৈ ভৱিষ্যতে যি সকল এদিন নেতা হ'বগৈ সেই শিশুসকলে কঠোৰ পৰিশ্ৰম কৰিব লাগিব। উন্নত ভাৰতবৰ্ষৰ স্বপ্ন আপোনা-আপুনি পূৰণ নহয়। কাৰোবাৰ পৰা উপহাৰ হিচাবে পোৱা বস্তুও নহয়। নিজৰ বাবে আমি যি লক্ষ্য স্থিৰ কৰি লৈছোঁ সেই লক্ষ্য পূৰণ কৰাৰ বাবে আমি কাম কৰিব লাগিব। কঠোৰ পৰিশ্ৰম কৰিব লাগিব। মূৰৰ ঘাম মাটিত পেলাই কাম কৰিলেহে আমি ভাৰতবৰ্ষক বিকশিত ৰাষ্ট্ৰসমূহৰ মিত্ৰজোঁট বা সন্মিলিত শক্তিৰ শাৰীত উন্নত শিৰে থিয় কৰাব পাৰিম।



*এজন ব্যক্তিয়ে নিজৰ স্বপ্ন পূৰণ কৰা উচিত নে আনে তেওঁৰ পৰা কৰা প্ৰত্যাশাবোৰ পূৰণ কৰা উচিত?*

— লিঙ্গা হেব্ৰাম
ভুবনেশ্বৰ, উৰিষ্যা

 ব্যক্তি এজনৰ নিজৰ স্বপ্নই তেওঁৰ জীৱনৰ লক্ষ্য হ'ব লাগিব। নিজৰ যি ভাল লগা বা পছন্দৰ কাম তাকহে কৰিব লাগে।

*সফল জীৱনৰ বাবে কোনবোৰ নীতি বা আদৰ্শ মানি চলা প্ৰয়োজন বুলি আপুনি ভাবে?*

— সিজিন জয়,
ছেইন্ট্ জোছেফ কো-এ'ড্ স্কুল, ভূপাল



প্ৰাসঙ্গিক জ্ঞান আহৰণ কৰা, সৃজনশীলতাৰ অনুশীলন কৰা, জীৱনৰ সকলো অৱস্থাতে ন্যায়ৰ পথকে অৱলম্বন কৰা আৰু নিজৰ স্বপ্ন পূৰণ কৰাৰ বাবে সাহস গোটোৱা— ই তোমাক সফল হোৱাত সহায় কৰিব।

*মই কেনেকৈ এজন আদৰ্শৱান লোক হ'ব পাৰিম?*

— মিথুন আৰু এছলে
ৰামকৃষ্ণ মিছন স্কুল, বিজয়ৱাডা



বছা বছা গ্ৰন্থ, ভাল শিক্ষক, সৎলোক আৰু সৎ বন্ধুৰ সঙ্গত থাকিলে তুমি এজন আদৰ্শৱান ব্যক্তি হ'ব পাৰিবা।

*আমাৰ ভিতৰৰ শ্ৰেষ্ঠতা বা উৎকৃষ্টতাখিনি উলিয়াই অনাৰ বাবে জীৱনত দুখ-কষ্ট বা শ্ৰম অপৰিহাৰ্য নেকি?*

— মৈত্ৰী এম.পি
মহাজন এডুকেশ্যন ছোচাইটি, মহীশূৰ



আমাৰ অভ্যন্তৰত থকা উৎকৃষ্টতা বা শ্ৰেষ্ঠ গুণখিনি উলিয়াই অনাৰ বাবে আমি নিজৰ কামক ভাল পাব লাগিব; উৎসাহ আৰু একাগ্ৰতাৰে কাম কৰিব লাগিব। এনেকুৱা পৰিস্থিতিত দুখ-কষ্ট বা কঠিনতাৰ প্ৰশ্ন নাই।



*আপোনাৰ জীৱনৰ আকাঙ্ক্ষা কি আছিল? সেই আকাঙ্ক্ষা পূৰণ কৰিব পাৰিলেনে?*

— ৰাজ ডোগ্ৰা
উধামপুৰ



জীৱনৰ কোনো সিদ্ধি বা সাফল্যই চূড়ান্ত বা সৰ্বশেষ নহয়। ই অপৰিসীম। মানুহ অনবৰতে এটা মিছ্নৰ পৰা আন এটা মিছ্নলৈ ধাবিত হয়। কেতিয়াবা তুমি সফল হ'বা। কেতিয়াবা আকৌ সফলতাই তোমাক ঠগাবও পাৰে। তেতিয়াও তুমি নিৰন্তৰ অধ্যৱসায় কৰি থাকিব লাগিব আৰু ইটোৰ পিছত সিটো মিছ্ন লৈ আগুৱাই গৈ থাকিব লাগিব। এয়েই জীৱন।

*চূড়ান্ত বিচাৰত জীৱনটো আপুনি কি বুলি ভাবে? জীৱনৰ নিৰ্যাস বা সাৰবত্তা কি? সুখে-সন্তোষে বাছি থাকিবলৈ হ'লে মানুহে নিজৰ জীৱনটোৰ কিদৰে ব্যাখ্যা কৰিব?*

— বৰুণ যাদৱ
ওছমানিয়া মেডিকেল কলেজ, হায়দৰাবাদ



জীৱনৰ নিৰ্যাস বা সাৰবত্তা হ'ল প্ৰেম। ভেদাভেদ নকৰাকৈ সকলোকে প্ৰেমৰ দৃষ্টিৰে চাব লাগে। এই দৃষ্টিভঙ্গিয়েই মানৱ জীৱন সুখী বুলি নিশ্চিত কৰিব। ধৰা, গড় হিচাবত মানৱ জীৱনটোত প্ৰায় ২৭,০০০ দিন। প্ৰতিটো দিন আমাৰ জীৱনৰ একোটা ক্ষুদ্ৰ ৰূপ। প্ৰতিটো দিনক বহুমূলীয়া মুকুতা বুলি গণ্য কৰি এই ২৭,০০০ দিনেৰে এধাৰি মালা গাঁঠা। তাৰ মানে— তোমাৰ জীৱনৰ প্ৰতিটো দিন এনেদৰে পাৰ কৰিব লাগিব যাতে সি সমাজৰ বাবে উপযোগী বা হিতকৰী হয়। তেতিয়া দেখিবা— তুমি দিয়া বাবে তোমাৰ জীৱনলৈকো সুখ-স্বাচ্ছন্দ্য আহিছে।

*এজন সফল মানুহ হ'বলৈ হ'লে নীতিনিষ্ঠ, আদৰ্শৱান আৰু আধ্যাত্মিক হোৱাটো কিমান দৰকাৰী?*

— জেনিফাৰ জেকব
ছেন্ট্‌ জেভিয়াৰ্ছ কলেজ, মুম্বাই



নিষ্ঠাৰে কাম কৰা আৰু নিষ্ঠাৰে সফলতা অৰ্জন কৰা— এয়ে তোমাৰ জীৱনৰ লক্ষ্য বা আদৰ্শ হোৱা উচিত। সমগ্ৰ সমাজখনে শান্তি আৰু সম্প্ৰীতি সহকাৰে উন্নতি কৰাৰ ইয়েই একমাত্ৰ পথ।

*সকলো মানুহে আমাক উপদেশ দিয়ে। কিছুমানে কয়— শৃঙ্খলাপৰায়ণ হোৱা, কিছুমানে কয়— ভালদৰে পঢ়া-শুনা কৰা, সৎ হোৱা, পৰিশ্ৰমী হোৱা, ইত্যাদি, ইত্যাদি। হওঁতে এই আটাইবোৰ দৰকাৰী কথা হয়। কিন্তু শিশুৰ বাবে আটাইতকৈ গুৰুত্বপূৰ্ণ গুণ কি?*

— ধৰ্ম মেহতা
ছেইন্ট্ ফ্ৰেন্সিছ্ স্কুল, মুম্বাই



**শিশুৰ গাত থাকিবলগীয়া আটাইতকৈ দৰকাৰী গুণটো হ'ল তেওঁলোক নিজৰ প্ৰতি সৎ হ'ব লাগিব। তেওঁলোকৰ অন্তৰত আনৰ প্ৰতি দয়া-মমতা থাকিব লাগিব। এনেদৰে তুমি এজন সচেতন বা প্ৰবুদ্ধ নাগৰিক হ'ব পাৰিবা।**

*আপোনাৰ মতে সিদ্ধি বা সুকীৰ্তি কি?*

— অভিষেক ছেট্টি
বাঙ্গালোৰ



**সিদ্ধি বা সুকীৰ্তি এনে এটা বস্তু যিয়ে তোমাৰ মনত সুখ আৰু পৰিপূৰ্ণতা বা তৃপ্তি ভাবৰ জন্ম দিয়ে।**



*আপোনাৰ সাফল্যৰ আঁৰৰ ৰহস্য কি?*

— এছ. সুকন্যা
লেডী ড'ক কলেজ, মাদুৰাই, তামিলনাডু



**স্বপ্ন, শ্ৰম আৰু অধ্যৱসায়— এই তিনিটাই সফলতাৰ আঁৰৰ ৰহস্য। তোমাৰ জীৱনৰ এটা লক্ষ্য থাকিব লাগিব। সেই লক্ষ্য পূৰণ কৰাৰ বাবে কঠোৰ শ্ৰম কৰিব লাগিব। কাম কৰি যাওঁতে কিছুমান সমস্যাৰ সন্মুখীন হ'ব লাগিবই— সেইটো খাটাং। কিন্তু সাহসেৰে সেই সমস্যাৰ সন্মুখীন হৈ সমস্যাটোক পৰাভূত কৰিব লাগিব। ভগৱান আমাৰ লগত থাকিলে কোন আমাৰ বিৰুদ্ধে যাব পাৰে?**



নিজৰ ৰুচি-অভিৰুচি অনুসৰি
যিয়ে নিজ পছন্দৰ বিষয় আৰু কৰ্ম
নিৰ্বাচন কৰি ল'ব পাৰে
তেওঁলোকেই আটাইতকৈ সফল ব্যক্তি।



*ভাগ্যৰ কৃপা নে কঠোৰ পৰিশ্ৰম— কোনটো বেছি প্ৰয়োজনীয়?*

— যোশী ভূমি
কটক কন্যা বিনয় মন্দিৰ, ৰাজকোট



কঠোৰ পৰিশ্ৰমেই প্ৰথম আৰু মূল কথা। কঠোৰ পৰিশ্ৰম কৰি থাকিলেহে ভাগ্যদেৱী তোমাৰ প্ৰতি সুপ্ৰসন্ন হ'ব। এযাৰ বিখ্যাত উক্তি আছে— "যি নিজে নিজৰ সহায় ভগৱানে তেওঁলোকক সহায় কৰিবই।"

*স্বপ্ন দেখা, স্বপ্ন দেখা, স্বপ্ন দেখা।*

*কিন্তু স্বপ্ন বাস্তৱলৈ ৰূপান্তৰিত হ'ব কেনেকৈ? আমি আটায়ে কঠোৰ শ্ৰম, সাধুতা, সময়-প্ৰবন্ধন আদিৰ কথা জানো। কিন্তু অসফলতাৰ ভয় মনৰ পৰা আঁতৰাম কেনেকৈ? আপুনি আত্মবিশ্বাস বা প্ৰত্যয় আয়ত্ত কৰিছিল কেনেকৈ?*

— প্ৰতীক কুমাৰ
সিদ্ধগঙ্গা ইন্‌ষ্টিটিউট্ অব্ টেকন'লজী,
টুমকুৰ



জ্ঞানৰ আহৰণে মনত আত্মপ্ৰত্যয় জগায়। অসফলতাৰ প্ৰতি মনত ভয় ভাব থাকিব নালাগিব। প্ৰতিটো অকৃতকাৰ্যতাৰ পৰা শিকনি লৈ আমি সেই শিক্ষাক বাস্তৱ জীৱনত প্ৰয়োগ কৰিব লাগিব। ই তোমাক কৃতকাৰ্য হোৱাত সহায় কৰিব। নিজৰ হাতত থকা কামটোত মনোনিবেশ কৰিলে তোমাৰ মনৰ পৰা আলস্যৰ ভাব অপোনা আপুনি অন্তৰ্হিত হ'ব।

*বিজ্ঞানীসকলক তীক্ষ্ণধী বুলি কোৱা হয়। আমি মগজুৰ তীক্ষ্ণতা বৃদ্ধিৰ বাবে কি কৰিব লাগিব? এজন বিজ্ঞানী হোৱাৰ বাবে আমি কি পথ অৱলম্বন কৰিম?*

— ৰেণু কুমাৰী
এছ.কে ভি



কৌতূহলী হোৱা, প্ৰশ্ন সোধাৰ অভ্যাস কৰা আৰু কঠোৰ শ্ৰম কৰা। বাকী সকলো নিজে নিজেই হ'ব।

*আপুনি যে এজন নেতা  সেই ধাৰণা কেতিয়া মনত জন্মিল?*

— কে স্পন্দনা ৰেড্ডী
হায়দৰাবাদ



নেতৃত্বৰ গুণ থকা বুলি আনেহে স্বীকাৰ কৰিব লাগিব। মই নিজে সেই কথাটো ক'ব নোৱাৰোঁ।

*সফল বুলি ক'ব পৰা হ'বলৈ মানুহে কেনে ধৰণৰ সুকীৰ্ত্তিৰ বাবে অহোপুৰুষাৰ্থ কৰিব লাগিব?*

— ববীন বিশ্বাস
কলকাতা



মানুহ ভেদে এইটো বেলেগ বেলেগ। যি কামতেই প্ৰত্যাহ্বান থাকে, যিটো কাম আনে সম্পন্ন কৰিব পৰা নাই অথচ তুমি সেইটোত সিদ্ধি লাভ কৰিব পাৰিছা —তেতিয়া মই তোমাক নিৰ্দ্বিধাই সফল ব্যক্তি বুলি ক'ম।

*'সময়-প্ৰবন্ধন' সম্পৰ্কে আমাক কেইটামান উপদেশ দিবনে?*

— মাষ্টাৰ মোহাম্মদ ঘাজী
এছ টি এছ হাইস্কুল, আলীগড়



তোমালোক আটায়ে জানা যে পৃথিৱীয়ে নিতৌ একোবাৰ নিজ কক্ষপথত ঘূৰে, অৰ্থাৎ চৌবিছ ঘন্টা বা ১৪৪০ মিনিট নাইবা ৮৬৪০০ ছেকেণ্ডত এবাৰ ঘূৰে। আকৌ ই সূৰ্যৰ চাৰিওফালেও প্ৰদক্ষিণ কৰে আৰু সূৰ্যৰ চাৰিওফালে এবাৰ প্ৰদক্ষিণ কৰিবলৈ ইয়াক প্ৰায় এবছৰ সময় লাগে। সূৰ্যৰ চাৰিওফালে পৃথিৱীয়ে এপাক মৰা মানেই তোমাৰ জীৱনৰো এটা বছৰ আয়ুস বৃদ্ধি হোৱা। ছেকেণ্ড, মিনিট, ঘন্টা, দিন, মাহ, বছৰ— এই হিচাবত সময়বোৰ উৰি গৈ আছে। তাত আমাৰ নিয়ন্ত্ৰণ নাই। তেনে ক্ষেত্ৰত আমি এটা কাম কৰিব পাৰোঁ। সেইটো হ'ল— সময় যেতিয়া পাখি লগা কাঁড়ৰ দৰে উৰি গৈ থাকে তেতিয়া সময়ৰ গতি নিৰ্ধাৰণ কৰি আমি তাৰ সদ্ব্যৱহাৰ কৰিব লাগিব। মনত ৰাখিবা— 'পাখি লগা দিনবোৰ এনেয়ে বৰবাদ কৰা উচিত নহয়।'



*আপুনি ভাগ্যক বিশ্বাস কৰে নে কৰ্মক?*

— আনন্দ প্ৰকাশ
সৰস্বতী বিদ্যা মন্দিৰ, মুংগেৰ


আজি তুমি যি সেয়া হ'ল ভাগ্য।
কালিটো নিশ্চিত কৰিব তোমাৰ কৰ্মই
অৰ্থাৎ আজি তুমি যি কৰ্ম কৰিছা
সেই অনুসৰিয়েই কালিটো নিশ্চিত হ'ব।

*সপোন দেখা আৰু যোজনা বা পৰিকল্পনা বনোৱা— ইয়াৰ মাজৰ পাৰ্থক্য কি?*

— আৰ সত্যভামা
তাৰাপুৰ লোগনাথন গাৰ্লছ্ হায়াৰ ছেকেণ্ডাৰী স্কুল, চেন্নাই


সপোন দেখা মানেই তোমাৰ জীৱনত এটা লক্ষ্য আৰু উদ্দেশ্য থাকিব। জীৱনৰ লক্ষ্যই আমাক আৱশ্যকীয় জ্ঞান লাভ কৰাত, কঠোৰ পৰিশ্ৰম কৰাত আৰু নিজৰ লক্ষ্য পূৰণৰ বাবে মনত দৃঢ়তা বা সঙ্কল্প লৈ নেৰানেপেৰাকৈ বা আশাশুধীয়াকৈ লাগি থকাৰ বাবে অনুপ্ৰেৰণা যোগায়। আনহাতে যোজনা বা পৰিকল্পনা এনে এটা ব্যৱস্থা যাৰ সহায়ত আমি আমাৰ প্ৰচেষ্টাক নিজ লক্ষ্য আৰু উদ্দেশ্য সাধনৰ বাবে ব্যৱহাৰ কৰোঁ।

*জীৱনটো অমীমাংসিত সমস্যা, অস্পষ্ট বিজয় আৰু অনিয়তাকাৰ বা অব্যৱস্থিত পৰাজয়ৰ সংমিশ্ৰণ বুলি এবাৰ আপুনিয়েই কৈছিল। তেনেহ'লে আমি জীৱনত হতোদ্যম হ'লে কি কৰিব লাগিব?*

— অখিল ৰাধাকৃষ্ণণ
এম.ই.টি পাব্লিক স্কুল, পিৰাম্বাবুৰ


জীৱনত কেতিয়াও নিৰুৎসাহিত হ'ব নালাগে। যেতিয়াই কিবা সমস্যাৰ উদ্ভৱ হ'ব তেতিয়া তুমি সেই সমস্যাৰ নায়ক হৈ তাক পৰাভূত কৰি সফল হ'ব লাগিব।

*আপোনাৰ মতে এজন ভাল নেতা হোৱাৰ বাবে কি কি গুণৰ আৱশ্যক?*

— লৱ জৈন
এছ.আৰ.এম. ইউনিভাৰ্ছিটি, কাঞ্চীপূৰম্

 এজন সফল নেতা হোৱাৰ বাবে তুমি তলত দিয়া গুণবিলাক চৰ্চা বা আয়ত্ত কৰিব লাগিব— অনুসন্ধিৎসা, সৃজনশীলতা, মনঃসংযোগ বা একাগ্রতা, সৎ চৰিত্ৰ, সাহস, 'কেৰিজ্‌মা' বা মোহনীয় ব্যক্তিত্ব, কাণ্ডজ্ঞান বা হিতাহিত জ্ঞান, যোগ্যতা বা পাৰদৰ্শিতা আৰু আত্মপ্ৰত্যয় বা দৃঢ়বিশ্বাস।

*আপুনি আমাৰ দেশৰ ৰাষ্ট্ৰপতি হৈ থাকিও অজস্ৰ সভা-সমিতি বা অনুষ্ঠানত যোগদান কৰাৰ বাবে সময় পাইছিল। আপোনাৰ মতে সময় নিয়ন্ত্ৰণ বা ব্যৱস্থাপনা কি?*

— বন্দনা
হীৰা পাব্লিক স্কুল

 সময় মহামূল্যৱান। ই এনে এক সম্পদ যাৰ ওপৰত তোমাৰ কোনো নিয়ন্ত্ৰণ নাথাকে। কিন্তু তুমি মনেৰে কৰিব বিচৰা আটাইবোৰ কাম সম্পন্ন কৰাৰ বাবে সময়ক তুমি নিয়ন্ত্ৰণ কৰিব পাৰা। সেয়েহে, 'টাইম্ মেনেজ্‌মেণ্ট্' মূল কথা।

*এটা কথা বাৰে বাৰে আমাক সোঁৱৰাই দিয়া হয়। সেইটো হ'ল শিক্ষাগ্ৰহণ এক জীৱনজোৰা প্ৰক্ৰিয়া। তথাপি, আমি যেতিয়া কিবা এটা কাম হাতত লওঁ তেতিয়া আমাৰ ক্ষেত্ৰখনত কি ঘটি আছে তাৰ সৈতে খোজ মিলোৱাটো আমাৰ পক্ষে নিতান্ত দুৰূহ বা কঠিন হয়। গোটেই জীৱনজোৰা শিক্ষাগ্ৰহণত আমি নিজক কেনেদৰে প্ৰস্তুত কৰিব পাৰিম বা সমগ্ৰ জীৱন ধৰি কেনেকৈ শিক্ষাগ্ৰহণ কৰিম সেই সম্পৰ্কে আপুনি আমাক উপদেশ দিয়ক।*

— প্ৰিয়া গুপ্তা

এলায়েন্স্ বিজ্‌নেছ্ স্কুল, বাঙ্গালোৰ



এৰা, শিক্ষা লাভ এক জীৱনজোৰা সাধনা বা প্ৰক্ৰিয়া। যেতিয়া তুমি কৰ্ম জীৱনৰ পাতনি মেলিবা আৰু প্ৰতিবাৰতে নতুন নতুন পৰিস্থিতিৰ মুখামুখি হ'বা তেতিয়া সেই পৰিস্থিতিৰ মোকাবিলা কৰাৰ বাবে পুৰণি পথ এৰি উদ্ভাৱনমূলক পথৰ সন্ধান কৰা। ইয়াৰ ফলত তোমাৰ জ্ঞানৰ অতিৰিক্ত বিকাশ ঘটিব। জ্ঞান লাভৰ এনে ব্যৱস্থাই তোমাক জীৱনজোৰা শিক্ষা গ্ৰহণৰ পথলৈ লৈ যাব। এই প্ৰক্ৰিয়াত অশিক্ষণটোও প্ৰয়োজনীয় শিক্ষণৰ দৰে হৈ পৰে।

*জীৱনৰ প্ৰতিকূলতাবোৰৰ সৈতে যুঁজি সিবোৰক পৰাভূত কৰাৰ বাবে আপুনি ইমান মনোবল কেনেকৈ আয়ত্ত কৰিছিল?*

— শ্ৰেয়া সুৰানা

যমুনাবাই নাৰ্ছী স্কুল, মুম্বাই



জ্ঞান আহৰণ আৰু সকলো ধৰণৰ সম্ভাব্য ঘটনা বা পৰিণতিৰ বাবে নিজক প্ৰস্তুত কৰা।

*মহান লোকসকলে সাধাৰণ মানুহৰ লগত যে কথা-বতৰা পাতে সেইটো সঁচাকৈ অনুপ্ৰেৰণাদায়ক। কিন্তু দেখা যায়— সৰ্বসাধাৰণ লোকসকলে ডাঙৰ মানুহৰ ওচৰকে চাপিব নোৱাৰে। এই সমস্যাটো সমাধানৰ কিবা পথ আছেনে?*

— মঞ্জিমা শইকীয়া
কমলা নেহৰু কলেজ, নতুন দিল্লী



তোমালোকে মহান লোকসকলৰ চিন্তাধাৰা সম্পৰ্কে তেওঁলোকৰ দ্বাৰা প্ৰণীত গ্ৰন্থবোৰ অধ্যয়ন কৰি জানিব পাৰা; ইন্টাৰনেটৰ জৰিয়তে জানিব পাৰা; অথবা তেওঁলোকৰ বিষয়ে তোমালোকৰ শিক্ষাগুৰুসকলক সুধি-মেলিও জানিব পাৰিবা।

*২০২০ বৰ্ষৰ ভিতৰত ভাৰতবৰ্ষক এখন উন্নত দেশ হিচাপে গঢ়ি তোলাটো আপোনাৰ স্বপ্ন। কিন্তু কথা হ'ল— আমি দুৰ্নীতি, সন্ত্ৰাসবাদ আৰু কুশাসনৰ কবলত পৰিছোঁ আৰু দিনে দিনে এইবোৰ ব্যাপক হাৰত বাঢ়ি গৈ আছে। তেনে অৱস্থাৰ মাজতো আমি সেই স্বপ্নকে দেখি থাকিব পাৰিম নে?*

— প্ৰদীপ পি এছ.
মাৰ ইৱামিয়ছ কলেজ



দেশৰ ৫৪ কোটি যুৱকে যদি এনে এটা চিন্তা মনত লৈ কামত প্ৰবৃত্ত হয় যে "মই এইটো কৰিব পাৰিম", "আমি এইটো কৰিব পাৰিম" আৰু "ভাৰতবৰ্ষই এইটো কৰিব পাৰিব",— তেনেহ'লে ২০২০ বৰ্ষৰ আগতে ভাৰতবৰ্ষ এখন উন্নত দেশ হ'ব, তাত কোনো শক্তিয়ে বাধা দিব নোৱাৰে।



সময় মহামূল্যবান। ই এনে এক সম্পদ
যাৰ ওপৰত তোমাৰ কোনো নিয়ন্ত্ৰণ নাথাকে।
কিন্তু তুমি মনেৰে কৰিব বিচৰা
আটাইবোৰ কাম সম্পন্ন কৰাৰ বাবে
সময়ক তুমি নিয়ন্ত্ৰণ কৰিব পাৰা।

*আপুনি কৰা প্ৰতিটো কামতে কঠোৰ শৃঙ্খলা বা অনুশাসন মানি চলিবলৈ বিচাৰে, কিয়?*

— সাইয়ামী টাকালে
সংস্কৃতি স্কুল, পুণা


সেইটোৱেই সফলতাৰ একমাত্ৰ পথ।

*আপুনি বিফলতাবোৰক কেনেকৈ পৰাভূত কৰিছিল?*

— এম. শোবানা
ত্যাগৰাজ পলিটেক্নিক্ কলেজ, চালেম


প্ৰগাঢ় নিষ্ঠা বা আত্মনিয়োজনৰ জৰিয়তে অধ্যৱসায় কৰা।

*জীৱনত কৃতকাৰ্যতা লভিবলৈ সৃজনশীলতা কিমান দৰকাৰী?*

— ডি.সূৰ্যকুমাৰ
হৰি ওম্ মেট্ৰিকুলেশ্যন স্কুল, পালয়ম্


যি কামৰ বাবে মানুহে তোমাক সোঁৱৰণ কৰাটো বিচাৰা তেনে কাম সম্পন্ন কৰাৰ বাবে সৃজনশীলতাই মূল।

*আপুনি এজন আদৰ্শৱান ব্যক্তি। সৎ ব্যক্তি কেনেকৈ হ'ব পাৰি আমাক তাৰ পৰামৰ্শ দিবনে?*

— অভিলাষ বাৰ্মা

পুলিচ মডাৰ্ন স্কুল, এ'টবাহ্



বিজ্ঞান মানসিকতাৰে সংযোজিত কঠোৰ শ্ৰম আৰু আধ্যাত্মিকতাই তোমালোকক সৎ মানুহ হিচাপে গঢ়ি তুলিব।

*বৰ্তমানৰ প্ৰেক্ষাপটত ঘাইকৈ মেধাৱী ছাত্ৰইহে উচ্চশিক্ষা আৰু গৱেষণাৰ সুবিধা লাভ কৰে। এনে প্ৰতিযোগিতাৰ দিনত মধ্যমীয়া বুদ্ধি-বৃত্তিৰ ছাত্ৰ-ছাত্ৰীয়ে কেনেদৰে আগবাঢ়ি উন্নতি কৰিব পাৰিব?*

— আত্ৰেয়ী দাশগুপ্ত

বিশ্বভাৰতী বিশ্ববিদ্যালয়, কলকাতা



**প্ৰথম কথা হ'ল— তুমি যে মধ্যমীয়া বুদ্ধি-বৃত্তিৰ ছাত্ৰ সেই ভাব মনৰ পৰা দূৰ কৰিব লাগিব। সকলো ছাত্ৰৰে কিছুমান বিশেষ দিশত নিজস্ব পাৰ্গতালি থাকে। সেই শক্তি বা সামৰ্থ্যক চিনাক্ত কৰাৰ যত্ন কৰা। তাত মনোনিবেশ কৰি কঠোৰ শ্ৰম কৰি যোৱা। মোৰ দৃঢ় বিশ্বাস— তেতিয়া তোমালোক কৃতকাৰ্য হ'বা আৰু নিজে বাছি লোৱা ক্ষেত্ৰখনত আত্মবিশ্বাস সহকাৰে কাম কৰি যাবলৈ সক্ষম হ'বা।**

*আজিৰ পৃথিৱীত কেৱল নম্বৰকে আমাৰ উন্নতি আৰু চৰিত্ৰৰ দাপোণ হিচাপে গণ্য কৰা হয়। তেনেস্থলত নীতিনিষ্ঠ লোকসকলে কি কৰিব?*

— বিশ্বনাথন সঙ্গীতা এছ
ছেইন্ট্ মেৰী'জ স্কুল, ৰাজকোট



নম্বৰ হ'ল কোনো এটা বিষয়ত লাভ কৰা জ্ঞানৰ সূচক মাত্ৰ। সেইটো চৰিত্ৰৰ মাপকাঠী নহয়। এজন দায়িত্বশীল নাগৰিক হিচাপে তোমাৰ উন্নতি বা বিকাশৰ বাবে স্বচ্ছ নৈতিকতা আৰু ব্যৱহাৰ ভাল নম্বৰৰ পৰিপূৰক হ'ব লাগিব।

*আপুনি ৰকেট বা ক্ষেপণাস্ত্ৰ উৎক্ষেপণৰ লগত গভীৰভাৱে জড়িত আৰু আপুনি আকাশকো জিনিব পাৰিছে। আকাশক জয় কৰা আৰু মানুহৰ মনক জয় কৰা— এই দুটাৰ মাজত কোনটোক আপুনি বেছি অৰ্থপূৰ্ণ বুলি ভাবে?*

— অভিলাষ কে
মুম্বাই



আকাশ বা মানুহৰ মন জয় কৰা— এইবোৰ আকাংক্ষা মোৰ নাই। প্ৰতিজন মানুহৰ শৌৰ্য-বীৰ্য আৰু তেওঁলোকৰ মন-মগজুৰ ক্ষমতাক দেশৰ উন্নতিৰ অৰ্থে কিদৰে কামত লগাব পাৰি সেইটোৱেই মোৰ একমাত্ৰ লক্ষ্য।

মানুহৰ মনটো এক অনুপম দান। জীৱনত যি উত্থান-পতনেই নাহক লাগিলে, চিন্তন আমাৰ মূল সম্পদ বা পুঁজি হোৱা উচিত। কিযনো চিন্তনেই প্ৰগতি। চিন্তাই কৰ্মৰ উদ্ৰেক কৰে। কৰ্মহীন জ্ঞান অসাৰ্থক আৰু অপ্ৰাসঙ্গিক। কৰ্মসহিত যি জ্ঞান সেই জ্ঞানে আমাক সৃষ্টিশীলতাৰ পিনে প্ৰেৰিত কৰে আৰু সমৃদ্ধি আনে।

সৃষ্টিশীলতাৰ বহুত আয়তন বা মাত্ৰা আছে। যেনে- উদ্ভাৱন, আৱিষ্কাৰ আৰু পৰিৱৰ্তন। সংযোজন, পৰিৱৰ্তন আৰু নিজৰ ধাৰণা পুনঃপ্ৰযোগ কৰি আমি সৃজনশীলতাৰ বলত নতুন কিবা কিবি কল্পনা বা উদ্ভাৱন কৰিব পাৰো। সৃষ্টিশীলতা পৰিৱৰ্তন আৰু নতুনক গ্ৰহণ কৰাৰ মানসিকতা; ধাৰণা আৰু সম্ভাৱনীয়তাৰ সৈতে মোকাবিলা কৰাৰ প্ৰৱণতা; দৃষ্টি-ভঙ্গিৰ নমনীয়তা; আৰু বিকাশৰ পথ অনুধাবন কৰোঁতে ভালটো উপভোগ কৰাৰ অভ্যাস। সৃষ্টিশীলতা কঠোৰ পৰিশ্ৰম কৰাৰ পদ্ধতি আৰু ক্ৰমাগত সাল-সলনি আৰু পৰিমাৰ্জন যোগে চিন্তা-ভাবনা আৰু সমাধানৰ নিৰন্তৰ উন্নতি সাধন। সৃজনশীলতাৰ আটাইতকৈ গুৰুত্বপূৰ্ণ কথাটো হ'ল— ই আন সকলোৰে নিচিনাকৈ একেটা বস্তুকে প্ৰত্যক্ষ কৰা, অৱশ্যে পৃথক কিবা চিন্তা কৰা।

সন্দেহ নাই যে সকলোৰে মনত সৃজনশীলতাৰ বীজ নিহিত হৈ থাকে, কিন্তু তাৰ অভিব্যক্তি বা প্ৰকাশ নিশ্চিত কৰাৰ বাবে সুসমন্বিত প্ৰয়াস কৰিব লাগিব। প্ৰতিটো মন সৃষ্টিশীল, প্ৰতিটো মন অনুসন্ধিৎসু। সেইবাবে শিশুসকলে যেতিযা কিবা এটা সোধে বা কৌতূহল প্ৰকাশ কৰে আমি তাৰ উত্তৰ দিব লাগে। বাল্যাৱস্থাতে এইটো কৰিলে তেওঁলোকৰ সৃজনীপ্ৰতিভা পৰিপুষ্ট হ'ব আৰু দেশৰ শ্ৰী-বৃদ্ধি হ'ব।

সৃজনশীলতা সদায় মানৱজাতিৰ পাৰদৰ্শিতাৰ স্তম্ভ বা আধাৰ হৈয়েই থাকিব আৰু প্ৰযুক্তিৰ উদ্ভাৱন বৃহৎ পৰিকলন ক্ষমতা এক কাৰ্যক্ষম আহিলা হ'ব। ইয়াৰ সহায়ত মানৱ মনে বাসৰ উপযোগী এখন সুন্দৰ পৃথিৱী অঙ্কনৰ পৰিকল্পনা কৰিব পাৰিব।

*ভাৰতবৰ্ষৰ ৰাষ্ট্ৰপতি হওঁতে আপোনাৰ কেনে অনুভৱ হৈছিল? সেই সময়ত আপোনাৰ কাৰ কথা মনত পৰিছিল?*

— পাৰ্বতী
ছেকেন্দ্ৰাবাদ


দেশৰ মানুহে মোৰ ওপৰত যি আস্থা বা বিশ্বাস পোষণ কৰিছিল সেইটো দেখি মই অভিভূত হৈ পৰিছিলো। তেতিয়া মই এটা কথা অনুভৱ কৰিছিলো। সেইটো হ'ল দেশৰ মানুহক মই কেতিয়াও লঘু কৰিব নালাগিব। সেইবাবে ভাৰতবৰ্ষক এখন উন্নত দেশ হিচাপে গঢ়ি তোলাৰ উদ্দেশ্যে মানুহৰ মনবোৰ একত্ৰিত কৰাত উদ্যোগ লোৱাৰ মানসেৰে মই পুনৰ কামত আত্মনিয়োগ কৰিলো। সেই সময়ত মোৰ মা-পিতা, শিক্ষাগুৰু সকল আৰু যি সকলে মোৰ জীৱনৰ বিভিন্ন মিছুনত হাত উজান দিছিল তেওঁলোক আটাইৰে কথা মনত পৰিছিল।

*ভাৰতবৰ্ষৰ ৰাষ্ট্ৰপতি আৰু প্ৰতিৰক্ষা গৱেষণা আৰু উন্নয়ন সংস্থা (DRDO – Defence Research and Development Organisation) -অৰ বিজ্ঞানী— এই দুটা পদবীত কাৰ্যনিৰ্বাহ কৰি কি পাৰ্থক্য অনুভৱ কৰিছিল?*

— আশীষ
আৰ পি ভি ভি, বসন্ত কুঞ্জ, দিল্লী


দুয়োটা পদবীতে কঠোৰ পৰিশ্ৰম কৰিব লাগে। সেই ফালৰ পৰা দুয়োটা পদবীত তেনে কোনো বিশেষ পাৰ্থক্য নাই।



*সমগ্ৰ মানৱ জাতিৰ ছয়ভাগৰ এভাগ মানুহে বাস কৰা বিশ্বৰ সৰ্ববৃহৎ গণতান্ত্ৰিক দেশখনৰ মুৰব্বী হ'বলৈ পাই আপোনাৰ কেনে অনুভৱ হৈছে? আপোনাৰ বাবে এইটো গধুৰ দায়িত্ব নে দেশৰ নীতি নিৰ্ধাৰণৰ ক্ষেত্ৰত অৰিহণা যোগোৱাৰ বাবে এক সুন্দৰ সুযোগ?*

— সুৰজিৎ বাগছী
দিল্লী পাব্‌লিক স্কুল, চণ্ডীগড়



মোৰ বহুত ভাল লাগিছে।
দায়িত্ব পালন আৰু বৰঙণি যোগোৱা দুয়োটা একেই।

*আপুনি বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ দৰে এটা পটভূমিৰ পৰা অহা লোক। ভাৰতৰ ৰাষ্ট্ৰপতি পদটোৰ এক সুকীয়া মৰ্যাদা আছে। সেয়ে ভাৰতৰ ৰাষ্ট্ৰপতি পদবীত সমাসীন হৈ আপুনি সহজ বা স্বাভাৱিক অনুভৱ কৰিছিল নে? মই এই কথাটো সোধাৰ কাৰণ হ'ল— সংসদৰ সভ্যসকলৰ মাজৰ বৈসাদৃশ্য। তাত এনে কিছুমান সাংসদ আছে যাৰ জীৱনত বহুতো অপৰাধ কৰাৰ উদাহৰণ আছে, অথবা অপৰাধপ্ৰৱণতাই যাৰ যোগ্যতাৰ মাপকাঠী। আনহাতে আছে বিজ্ঞানৰ বাতাৱৰণৰ পৰা অহা লোক। এই কথাটোৱে কোনো কোনো মুহূৰ্তত আপোনাক বিৰক্ত নকৰাকৈ থকা নাই নিশ্চয়?*

— বিনয় দীপক এইছ এছ
ইণ্ডিয়ান ইনষ্টিটিউট অব্ ছায়েন্স, বাঙ্গালোৰ



তোমাৰ এই প্ৰশ্নটোৱে মোক সন্ত কবি তিৰুবল্লুবৰে ২২০০ বছৰ পূৰ্বে প্ৰণয়ন কৰি থৈ যোৱা বিখ্যাত 'তিৰুক্কুৰল'ৰ কথালৈ মনত পেলাই দিছে। "নৈ, জলাশয় বা হ্ৰদ আৰু পুখুৰী যিমানেই গভীৰ নহওক কিয়, তাৰ পানী যি অৱস্থাৰেই নহওক লাগিলে, তাত সদায় ভেটফুল গজিয়েই থাকিব— ফুলিয়েই থাকিব।" সেই একেদৰে, মনত লক্ষ্য পূৰণৰ দৃঢ় সংকল্প থাকিলে লক্ষ্য পূৰণ অসম্ভৱ যেন লাগিলেও তুমি নিশ্চয় সফলতা লাভ কৰিব পাৰিবা।

*আপোনাৰ জীৱনত মনৰ সন্তুলন বা ভাৰসাম্যতা, আত্মসংযম আৰু আশাবাদ জলজল পট্‌পট্ কৰে প্ৰকট হৈ আছে। এই গুণবোৰ আয়ত্ত কৰাৰ বাবে আপুনি কি কৰে?*

— জয়ন্তী দোশী
দ্য ইন্টাৰনেশ্যনেল স্কুল, বাঙ্গালোৰ



মই সদায ইটো-সিটো কামত নিজক ব্যস্ত ৰাখো।



*মানুহে আপোনাক কেনেকৈ মনত ৰখাটো বিচাৰে—*
*দেশৰ ৰাষ্ট্ৰপতি হিচাপে নে এজন বিজ্ঞানী হিচাপে?*

— নমিতা
মাঙ্গালোৰ

 এজন সৎ মানুহ হিচাপে।

*দ্বিতীয়বাৰৰ বাবে সুযোগ দিলে আপুনি কি হ'ব বিচাৰিব— ভাৰতৰ ৰাষ্ট্ৰপতি নে বীণাবাদক?*

— দীপাঙ্কৰ পাধা
নেভেল পাব্লিক্ স্কুল, নতুন দিল্লী


দ্বিতীয়বাৰ সুবিধা পালে মই শিক্ষকেই হ'ব বিচাৰিম। কিয়নো ৰাষ্ট্ৰপতি হোৱাৰ আগতেও মই এজন শিক্ষক আছিলো। আকৌ মোৰ কাৰ্যকাল শেষ হোৱাৰ পাছতো মই শিক্ষকতাৰ বৃত্তিলৈ ঘূৰি যাবলৈ ভাল পাম।

*ভাৰতৰ ৰাষ্ট্ৰপতি হিচাপে আপোনাৰ কাৰ্যকালত গ্ৰহণ কৰা আটাইতকৈ টান বা গুৰুত্বপূৰ্ণ সিদ্ধান্তটো কি?*

— মঃ জিয়া উল্লা
ইণ্ডিয়ান ইন্‌ষ্টিটিউট্ অব্ ইন্‌ফৰ্‌মেশ্যন
টেক্‌নোল'জি, এলাহাবাদ


মোৰ কাৰ্যকালত মই লোৱা আটাইতকৈ টান সিদ্ধান্তটো আছিল 'দি অফিচ্ অব্ প্ৰফিট্ বিল'খন সংসদলৈ ঘূৰাই পঠিওৱাটো। সেই বিলখন মই যেতিয়া ঘূৰাই পঠিয়াইছিলো তেতিয়া সংসদত বিষয়টো বিচাৰ-বিশ্লেষণ কৰাৰ বাবে এখন সমিতি গঠন কৰি দিয়াৰ পিছতহে মই তাত অনুমোদন জনাইছিলো।



*এজন কৃতবিদ্য বিজ্ঞানী হোৱাৰ বাবে আপুনি ক'ৰ পৰা অনুপ্ৰেৰণা লাভ কৰিছিল?*

— স্মৃতি
কেন্দ্ৰীয় বিদ্যালয়, আৰ.কে পুৰম্ নতুন দিল্লী



তিনিজন মহান ব্যক্তিয়ে মোক জীৱনত অফুৰন্ত প্ৰেৰণা যোগাইছিল আৰু তেওঁলোকেই মোক জীৱনৰ লক্ষ্যও নিৰ্দেশিত কৰি দিছিল। প্ৰথমজন হ'ল মোক ৰামেশ্বৰমত পঞ্চম শ্ৰেণীত পঢ়ুওৱা শিক্ষক। তেখেতৰ নাম শিৱ সুব্ৰমণিয়া আয়াৰ। তেখেতেই মোক আকাশত উৰাৰ বিষয়ে সকলো শিক্ষা লাভ কৰাৰ বাবে লক্ষ্য থিৰ কৰি দিছিল। মোৰ জীৱনত অনুপ্ৰেৰণা যোগোৱা দ্বিতীয়জন ব্যক্তি আছিল প্ৰঃ সতীশ ধাৱান। সমস্যাবোৰক আমাৰ নিয়ন্ত্ৰক বা প্ৰভু হোৱাৰ পৰা বিৰত ৰাখিব লাগে আৰু লক্ষ্য পূৰণ কৰাৰ বাবে কঠোৰ শ্ৰম কৰিব লাগে— তেখেতে মোক এই শিক্ষা দিছিল। মোক অনুপ্ৰেৰিত কৰা আনজন মহান আত্মা আছিল ড° বিক্ৰম সাৰাভাই। স্বপ্ন বা দূৰদৃষ্টি থকাৰ গুৰুত্বৰ বিষয়ে তেখেতে মোক শিক্ষা দিছিল।



*বাল্যাৱস্থাত আপুনি এনে এখন উচ্চ আসনত বহিব পাৰিম বুলি ভাবিছিল নে? যদি ভাবিছিল, তেন্তে সেই লক্ষ্য সাধনৰ বাবে আপুনি কেনে ধৰণৰ আত্মপ্ৰচেষ্টা হাতত লৈছিল?*

— সুৰখী বালকৃষ্ণণ
এ.আই.চি.টি , অমৃতপুৰী


একেবাৰেই ভবা নাছিলো।
এনে এটা উচ্চ অৱস্থানলৈ উন্নীত হোৱাৰ গুৰিতে আছিল মোৰ বিবিধ কৰ্ম সম্পন্ন কৰাৰ নিৰন্তৰ প্ৰচেষ্টা। সফলতাৰ মূলমন্ত্ৰ হ'ল— শ্ৰম, শ্ৰম আৰু শ্ৰম। ওৰেটো জীৱন কেৱল শ্ৰম কৰি যোৱা।

*'ভাৰতৰত্ন'ৰ দৰে বিৰল সন্মান লাভ কৰাৰ দিনাখন আপোনাৰ মনত কেনে অনুভৱ হৈছিল? ময়ো 'ভাৰতৰত্ন' হ'ব খোজোঁ, কেনেকৈ পাৰিম?*

— চৌ সাইৰাম

ৰামকৃষ্ণ মিছন স্কুল, বিজয়ৱাড়া



মোৰ জীৱনৰ অলেখ ঘটনাৰে অন্যতম ভাৰতৰত্ন লাভ। তুমি ভাৰতৰত্ন লাভ কৰাৰ কথা চিন্তা কৰিব নালাগে। যি কামকে কৰা মনপুতি কৰিবা, কঠোৰ শ্ৰম কৰা; দাতা হোৱা, যিমান দূৰ পাৰা আনৰ সেৱা কৰিবা। তেতিয়া তুমি এজন সুখী আৰু সফল ব্যক্তি হ'ব পাৰিবা।

*ৰাষ্ট্ৰপতি হিচাঁপে আপোনাৰ পাঁচটা বৰ্ষৰ কাৰ্যকাল বেছ গৌৰৱমণ্ডিত আৰু ঘটনাবহুল। ৰাষ্ট্ৰপতি পদৰ পৰা অব্যাহতি লোৱাৰ পিছত আপোনাৰ কিবা এটা হেৰুওৱা যেন অনুভৱ হৈছিল নে?*

— অনুপমা এছ

অমলা ইন্‌ষ্টিটিউট্ অব্ মেডিকেল

ছায়েন্সেছ্, অমলা নগৰ, ত্ৰিছুৰ



একোৱেই হেৰুওৱা যেন লগা নাই দেখোন!

*অত্যন্ত ব্যস্ততাপূৰ্ণ কাৰ্যসূচী আৰু বিভিন্ন সমস্যাৰ মাজতো আপুনি সদায় হাঁহিমুখে থাকে। ইয়াৰ আঁৰৰ ৰহস্য কি?*

— মালিনী অজয়ন
জুবিলী মিছন মেডিকেল কলেজ এণ্ড
ৰিছাৰ্চ্ ইন্‌ষ্টিটিউট্, ত্ৰিচুৰ


সদায় বৰ্তমানটোক লৈ বাছি থকাটোৱেই মূলমন্ত্ৰ।

*এজন বৈজ্ঞানিক হিচাবে আপোনাৰ যি সিদ্ধান্ত আৰু ভাৰতবৰ্ষৰ ৰাষ্ট্ৰপতি হিচাবে লোৱা সিদ্ধান্ত— দুয়োটা একেই নে? নে কিছুমান গুৰুত্বপূৰ্ণ বিষয়ত মত-পাৰ্থক্য ঘটে?*

— স্বাতী পাণ্ডা
গভৰ্ণমেন্ট্ গাৰ্লছ্ হাইস্কুল, বাৰ্লা


মোৰ আজিৰ যি অনুভৱ বা ভাবনা— সেয়া মই বিভিন্ন সংগঠন বা প্ৰতিষ্ঠানত বিভিন্ন স্থিতি বা পদবীত কাম কৰাৰ পৰিণতি। আৰু এই বিকাশ বা বিৱৰ্তনেই বিভিন্ন ইছ্যু বা বিষয় সংক্ৰান্তত মোৰ বৰ্তমান স্থিতি বা বিচাৰ-বিশ্লেষণৰ ভেটি।



*যদি হঠাতে এদিন ভগৱানে আপোনাক দেখা দিয়েহি তেওঁক আপুনি কি অনুৰোধ কৰিব?*

— এছ ভেঙ্কটকৃষ্ণ
আল্‌ফা গ্ৰুপ অব্‌ স্কুলছ্‌, ত্ৰিচী

মই সৰ্বশক্তিমান ভগৱন্ত প্ৰভুক এই বুলি প্ৰাৰ্থনা জনাম— তেওঁ যেন দেশক এনে এমুঠি কৰ্মঠ, পৰিশ্ৰমী আৰু জ্ঞান-সম্পন্ন সচেতন ব্যক্তি প্ৰদান কৰে যি আমাৰ দেশক আৰ্থিকভাৱে উন্নত বা টনকিয়াল কৰিব পাৰিব।



*বিদ্যালয়ত আপোনাৰ প্ৰিয় বিষয় কি আছিল আৰু সেই বিষয়টো কিয় ভাল পাইছিল?*

— অভিনৱ

এয়াৰ ফ'ৰ্চ্ স্কুল, পাঠানকোট



মোৰ প্ৰিয় বিষয় আছিল বিজ্ঞান। প্ৰকৃতিৰ বুকুত কিছুমান বিশেষ পৰিঘটনা কিদৰে সংঘটিত হয় তাক অনুধাৱন কৰাত বিজ্ঞানে মোক প্ৰভূত পৰিমাণে সহায় কৰিছে।

*আপোনাৰ বাল্যকালত ঘটা, পাহৰিব নোৱৰা ঘটনা এটাৰ বিষয়ে আমাক ক'বনে?*

— আৰ অৰবিন্দ
চেন্নাই



মোৰ পঞ্চম শ্ৰেণীৰ শিক্ষাগুৰু শ্ৰী শিৱ সুব্ৰমণিয়া আযাৰ দেৱৰ কথা মনত পৰি থাকে। তেওঁ শ্ৰেণীত পাঠদান কৰি থাকোঁতে আমাক চৰায়ে কেনেকৈ উৰে সেইটো শিকাইছিল। আমাক আকৌ ৰামেশ্বৰমৰ সমুদ্ৰতটলৈ লৈ গৈ সেইটোৰ বাস্তৱ উদাহৰণ দেখুৱাই দিছিল। এইটো এটা পাহৰিব নোৱৰা ঘটনা— মোৰ স্মৃতিপটত এই কথাটো সদায় জীৱন্ত হৈ থাকিব। এই ঘটনাটোৱেই মোক বিজ্ঞান অধ্যয়ন কৰিবলৈ অনুপ্ৰেৰিত কৰিছিল।

*আপোনাৰ জীৱনৰ সেই বিশেষ মুহূৰ্তটোৰ কথা ক'বনে যিটো মুহূৰ্তত আপুনি অসফল হোৱা বুলি অনুভৱ কৰিও পিছত নিজ শক্তি পুনৰ ঘূৰাই পাইছিল?*

— প্ৰিন্সী
কে ভি ফাউণ্ডেশ্যন দে' অব্ উৰিবী
বিক্ৰম চেৰিটেবল্ ট্ৰাষ্ট, দিল্লী



এৰা, মই ভাৰতীয় বায়ু সেনা বিভাগৰ চাকৰি এটাৰ বাবে সাক্ষাৎকাৰ দিবলৈ যাওঁতে এনেকুৱা ঘটনা এটা ঘটিছিল। সাক্ষাৎকাৰত মই নৱমজন প্ৰাৰ্থী আছিলো, কিন্তু আঠজন প্ৰাৰ্থীকহে বাছনি কৰিলে। সেই সময়ত মই বৰ নিৰাশ হৈ পৰিছিলো। অৱশ্যে পিছত মই যেতিয়া দিল্লীলৈ আহিলো তেতিয়া DTP & A বিভাগত কাম কৰাৰ সুবিধা পালো। তেতিয়াহে মোৰ নৈৰাশ্যক বশ কৰিব পাৰিলো।



সাধাৰণতে অনুন্নত বা দুৰ্বল মনেই মতভেদৰ সৃষ্টি কৰে। আনহাতে উন্নত মনে নতুন দৃষ্টি-ভঙ্গীৰ জন্ম দিয়ে। তেতিয়া মতভেদবোৰ আপোনা-আপুনি নোহোৱা হয়।



*আপোনাক পঢ়ুওৱা শিক্ষকসকলৰ প্ৰতি আপোনাৰ মনোভাব কেনেকুৱা? আজি আপুনি যি অৱস্থা পাইছেহি সেয়া কাৰ প্ৰভাৱত সম্ভৱ হৈছে? যিয়ে আপোনাক অনুশাসনৰ শিক্ষা দিছিল অথবা যিয়ে আপোনাক নিৰন্তৰ জ্ঞানৰ অন্বেষণ কৰিবলৈ শিক্ষা দিছিল তেখেত সকলেই আপোনাক প্ৰভাৱিত কৰিছে নেকি?*

— কুমাৰী স্মিতা
গুলবার্গ



শিক্ষকসকলৰ প্ৰতি মোৰ অন্তৰত যথেষ্ট শ্ৰদ্ধা-ভক্তি আছে। মোৰ দেউতা আছিল মোৰ জীৱনৰ প্ৰথম শিক্ষাগুৰু। তেওঁ মোক অনুশাসন বা শৃঙ্খলাপৰায়ণতা আৰু জীৱনৰ মূল্যবোধৰ শিক্ষা দিছিল। মোৰ প্ৰাথমিক বিদ্যালয়ৰ শিক্ষাগুৰু শ্ৰী শিৱ সুব্ৰমণিয়া আয়াৰ মহোদয়ে মোক 'এৰোনটিক্‌ছ্' বা বিমান চালনা বিদ্যা-শিক্ষা গ্ৰহণ কৰাৰ বাবে প্ৰেৰণা দিছিল। মোক প্ৰভাৱিত কৰা আৰু মোৰ জীৱনক গঢ় দিয়া এখেতসকলেই মোৰ জীৱনৰ প্ৰথম শিক্ষক আছিল।

*মই এজন ষষ্ঠ শ্ৰেণীৰ ছাত্ৰ। আপুনি ষষ্ঠ শ্ৰেণীত পঢ়ি থাকোঁতে কেনেকুৱা আছিল?*

— সমৃধ্ সিং
দিল্লী পাব্‌লিক স্কুল, নইডা



মোৰ যেতিয়া তোমাৰ দৰে বয়স তেতিয়া দ্বিতীয় বিশ্বযুদ্ধৰ দামামা চলি আছিল। ৰামেশ্বৰমত থকা আমাৰ পৰিযালটোৰ বাবে সেইটো বৰ কঠিন সময় আছিল। খাদ্য সামগ্ৰীকে ধৰি কাপোৰ-কানি, ঘৰুৱা বয়-বস্তু— সকলোৰে অভাৱ। আমাৰ পৰিয়ালটো এটা বৰ ডাঙৰ যৌথ পৰিযাল আছিল। তিনিটা পুত্ৰসন্তান আৰু পাঁচজনীকৈ কন্যাসন্তান। তাৰে আকৌ তিনিজনৰ, অৰ্থাৎ মোৰ দেউতা আৰু তেওঁৰ দুজন কনিষ্ঠ ভাতৃৰ নিজ নিজ সংসাৰ। যি কোনো সময়তে ঘৰত তিনিখনকৈ কেঁচুৱা শুৱাই থোৱা বিছনা থাকেই। ঘৰখনত সুখ-শান্তি আৰু দুখ সাল-সলনিকৈ সহাৱস্থান কৰিছিল। মোৰ আইতা আৰু মায়ে এই বিশাল পৰিয়ালটোৰ যাৱতীয় খৰচ-পাতিৰ বিষয়টো চোৱা-মেলা কৰিছিল।

মই নিতৌ চাৰি বজাতে শোৱাপাটীৰ পৰা উঠি গা-পা ধুই গণিত শিকিবলৈ যাওঁ মোৰ শিক্ষাগুৰু শ্ৰী স্বামীযাৰৰ ওচৰলৈ। তেখেত এজন অতুলনীয় শিক্ষক আছিল। প্ৰতি বছৰে মাত্ৰ পাঁচটা ছাত্ৰক তেখেতে বিনামূলীয়াকৈ ঘৰতে পঢ়ুৱায়। তেখেতৰ এটা বৰ কঢা আৰু ধৰা-বন্ধা নিয়ম আছিল। তেখেতৰ ঘৰলৈ পাঠ শিকিবলৈ আহিলে প্ৰত্যেক ছাত্ৰই গা-পা ধুই আহিব লাগিব। মোৰ মাই মোৰ আগে আগে শোৱাপাটী এৰি মোক জগাই দিয়ে। তাৰ পিছত গা-পা ধুৱাই দি মোক টিউচনলৈ যাবলৈ উলিযাই দিয়ে। টিউচন শেষ হ'লে মই পাঁচ বজাত ঘৰ পাওঁহি। তেতিয়া দেউতাই মোক নামাজ আৰু আৰবী স্কুলত কোৰ-আন-শ্বৰীফ্ শিকিবৰ বাবে লৈ যাবলৈ বৈ থাকে। তাৰ পৰা ঘূৰি আহি মই আকৌ ঘৰৰ পৰা তিনি কিলোমিটাৰ দূৰৈৰ ৰামেশ্বৰম্ ৰোড্ ৰেইলৱে ষ্টেছনলৈ গৈ খবৰ কাগজবোৰ সংগ্ৰহ কৰোঁ। তেতিয়া যুদ্ধৰ সময়— সেইবাবে মাদ্ৰাজ ধনুষ্‌কোডি মেইলখন ষ্টেছনত নৰখায়। চলন্ত ৰেলখনৰ পৰা খবৰ কাগজৰ নুৰাটো প্লেট্‌ফৰ্মত দলিয়াই থৈ যায়গৈ।

মই খবৰ কাগজৰ নুৰাটো বুটলি লৈ ৰামেশ্বৰম্‌ চহৰখনৰ চাৰিওফালে দৌৰি দৌৰি খবৰ কাগজ বিলাওঁগৈ। চহৰত সকলোতকৈ ময়েই আগতে ঘৰে ঘৰে কাগজ দিওঁগৈ। খবৰ কাগজ বিলি কৰা শেষ কৰি আঠ বজাত ঘৰ আহি পাওঁ। তেতিয়া মায়ে মোক নামমাত্ৰ জলপান খাবলৈ দিয়ে। অৱশ্যে মই পঢ়া-শুনা কৰাৰ উপৰি কামো কৰিছিলো বাবে খোৱা বস্তু ভাগত অলপ বেছিকৈ পাইছিলো। স্কুল ছুটী হোৱাৰ পিছত গধূলি মই চহৰখনৰ মানুহৰ ঘৰে ঘৰে যাওঁ আৰু ৰাতিপুৱা দি থৈ অহা খবৰ কাগজৰ পইচা উঠাওঁ।

*আপুনি ইমান এটা ডাঙৰ পদবীত আছে, তথাপি ইমান সহজ-সৰল জীৱন যাপন কৰিব পাৰিছে কেনেকৈ?*

— পাৰ্থ পেটেল
দিল্লী পাব্‌লিক্‌ স্কুল, আহমেদাবাদ

 মোৰ প্ৰয়োজন তেনেই সীমিত। নাই বুলিবই পাৰি।



*জীৱনে আপোনাক কি শিক্ষা দিছে?*

— ৰীমা হেলেন
এল ভি প্ৰসাদ আই ইন্‌ষ্টিটিউট্, ভূবনেশ্বৰ



জীৱনটো এক বোৱতী সুঁতি
প্ৰতিটো দিনেই অনুপম দিন
প্ৰতিটো কৰ্মৰে আছে সুকীয়া প্ৰত্যাহ্বান।
আমি নিজ নিজ কৰ্মক ভাল পাবলৈ শিকিব লাগিব
আৰু তাৰ প্ৰতিটো মুহূৰ্ত
উপভোগ কৰিব লাগিব।

*মন্ত্ৰীসভাত কিছুমান অশিক্ষিত মন্ত্ৰী আছে আৰু কিছুমানৰ আকৌ অতীতত অপৰাধ কৰাৰ প্ৰমাণো আছে। ৰাষ্ট্ৰপতি হিচাপে আপুনি তেনেবোৰ লোকৰ সৈতে কেনেকুৱা সম্পৰ্ক বজাই ৰাখিছিল বা তেওঁলোকৰ সৈতে কেনে ব্যৱহাৰ কৰিছিল?*

— অনুশ্ৰুত
চৰ্দাৰ পেটেল বিদ্যালয, নতুন দিল্লী



তোমালোকে জানা— ভাৰতবৰ্ষ এখন গণতান্ত্ৰিক দেশ। দেশৰ সচেতন ভোটদাতা ৰাইজে নিৰ্বাচিত কৰি পঠিওৱা প্ৰতিজন সদস্যক সন্মান প্ৰদৰ্শন কৰিলেহে ভোটদাতা ৰাইজক সন্মান কৰা হ'ব।

*বিশ্বৰ আটাইতকৈ ধনী লোকজন যে এজন ভাৰতীয় সেই কথাটোৱে আপোনাৰ মনত কেনে ধৰণৰ প্ৰতিক্ৰিয়া কৰে?*

— শুভম্ সিন্‌হা
ৰামকৃষ্ণ মিছন বিদ্যালয
নৰেন্দ্ৰপুৰ, কলকাতা



ধনাঢ্য বা সমৃদ্ধিশালী হোৱাটো পাপ নহয়। কেৱল ধনী-দুখীয়াৰ মাজৰ ব্যৱধান হ্ৰাস কৰাটোহে আচল কথা। আমি দাৰিদ্ৰ্য সীমাৰেখাৰ তলত বাস কৰা কোটি কোটি ভাৰতীয় লোকৰ অৱস্থা টনকিয়াল কৰিব লাগিব।

*আপোনাৰ জীৱনৰ মধুৰতম মুহূৰ্ত আৰু কৰুণতম বা বিষণ্ণতম সময় কোনখিনি?*

— ঈশান চক্ৰবৰ্তী
ৰামকৃষ্ণ মিছন বিদ্যালয়, নৰেন্দ্ৰপুৰ, কলকাতা



পলিঅ' ৰোগাক্ৰান্ত শিশুবিলাকে এদিন লঘু ওজনযুক্ত FRO পিন্ধি মোৰ কেউকাষে জঁপিয়াই-নাচি ফুৰা দেখি মই অত্যন্ত সুখী হৈছিলো। সেইটোৱেই মোৰ জীৱনৰ মধুৰতম মুহূৰ্ত।

আনহাতে, মাত্ৰ তিনি মাহৰ ব্যৱধানত মোৰ পিতৃ-মাতৃক হেৰুৱাবলগীয়া হোৱা সময়খিনিয়েই মোৰ জীৱনৰ বিষণ্ণতম সময়। অৱশ্যে তেওঁলোক দুয়োজনেই পৰিপক্ক বয়সত— ক্ৰমে ১০৩ আৰু ৯৩ বছৰ বাচি থকাৰ পিছতহে, ঢুকাইছিল।

*ব্যক্তিবিশেষৰ শক্তি-সামৰ্থ্য অথবা অগণিত জনগণৰ সামূহিক চিন্তা-ভাবনা— আপোনাৰ মতে কোনটো বেছি শক্তিশালী?*

— ঐশ্বৰ্য শিৱৰমণ
ছফিয়া হাইস্কুল, বাঙ্গালোৰ



প্ৰণালীবদ্ধ শক্তিশালী মনৰ সামূহিক চিন্তা-ভাবনাই প্ৰকৃতপক্ষে দেশ এখনৰ চালিকা শক্তি।

*সংখ্যালঘু সম্প্ৰদায়ৰ লোক হোৱা হেতুকে কেতিয়াবা আপুনি জীৱনত সিদ্ধি আৰু সফলতা লাভৰ সংগ্ৰামত বাধাপ্ৰাপ্ত হৈছে নেকি?*

— হালিমা আখতাৰ
জামিয়া ছিনিয়ৰ ছেকেণ্ডাৰী স্কুল, দিল্লী


মৰমৰ বন্ধু! এই মুহূৰ্তত মোৰ পিনাকিঅ'ৰ গীতটোলৈ মনত পৰিছে
"When you wish upon a star
Makes no difference who you are
Anything your heart desires
Will come to you."
[আকাশৰ তৰাটোৰ ওচৰত তুমি যদি কিবা আৰ্তি কৰা,
অৰ্থাৎ তুমি যদি কিবা বিচাৰা
তুমি কোন তাৰ ব্যৱধান নাৰাখে
তোমাৰ অন্তৰৰ আকুল আৰ্তি পূৰণ হ'বই।]

*যি কোনো নতুন কাম এটা কৰাৰ আগতে আপুনি কাৰোবাৰ পৰা আশীৰ্বাদ বিচাৰে নে? নে নিজে নিজেই আৰম্ভ কৰি দিয়ে?*

— ৰাজেশ ভাটিয়া
যমুনাবাঈ নাৰ্ছী স্কুল, মুম্বাই


অভিজ্ঞতাই হ'ল আটাইতকৈ ডাঙৰ সম্পদ। তোমালোকে সদায় সেই ৰত্নভাণ্ডাৰৰ পৰা সম্পদ আহৰণ কৰিবা।



*আপুনি সদায় নীলা ৰঙৰ চোলাহে পিন্ধে কিয়?*

— হৰ্ষ ভট্ট

ফাতিমা কন্‌ভেন্ট্ স্কুল, ভাৱনগৰ


এৰা, আকাশৰ ৰং নীলা।
মই আকাশ আৰু আকাশৰ বিস্ময়কৰ কথাবোৰ ভাল পাওঁ। সেইবাবে।

*আপোনাৰ কেশবিন্যাস এনেকুৱা কিয়?*

বি প্ৰীতিকা, তিৰুপুৰ


কাৰণ, চুলি বাঢ়িয়েই থাকে যে।

*আমি আপোনাৰ চকুৰে-মুখে আৰু আপোনাৰ কামে-কাজে যি সফলতাৰ চমকনি প্ৰত্যক্ষ কৰোঁ তাৰ বাবে আপুনি ভগৱানৰ পৰা এনে কি দান বা উপহাৰ আৰু বিশেষ আশীৰ্বাদ লাভ কৰিছে?*

— আকৃতি

প্ৰভদ্ৰা গাৰ্লছ্ হাইস্কুল, মুজাফৰপুৰ



মোৰ বাবে মোৰ পিতৃ-মাতৃয়েই শ্ৰেষ্ঠ উপহাৰ। তেওঁলোক আছিল আধ্যাত্মিক আত্মা। সেই মহান আত্মাৰ পৰা মই অনুপ্ৰেৰণা লাভ কৰি আহিছোঁ। তেওঁলোকেই মোৰ বাবে প্ৰভু ভগৱন্তই আগবঢোৱা শ্ৰেষ্ঠ উপহাৰ আৰু আশীৰ্বাদ।

*জীৱনৰ কোনটো পৰ্যায়ৰ প্ৰতি আপোনাৰ অনুৰাগ বেছি? এটি শিশু হিচাবে? এজন বিজ্ঞানী হিচাপে? নে ৰাষ্ট্ৰপতি হিচাবে?*

— টি শ্ৰীনাথ ছেলাদুৰাই

জে এছ্ এছ্ ফাৰ্মাচী কলেজ, উটি



এজন শিক্ষক হিচাবে!



*এযাৰ কথা আমি সততে শুনিবলৈ পাওঁ ঃ*
*"প্ৰতিজন সফল ব্যক্তিৰ আঁৰত একোগৰাকী নাৰী থাকে।"*
*কিন্তু আপুনিতো চিৰকুমাৰ! তেনেস্থলত আপোনাৰ সফল জীৱনৰ আঁৰৰ ৰহস্য কি ক'বনে?*

— শ্ৰীজে শঙ্কৰ
পি.এইচ্ ডি ছাত্ৰ, জামিয়া মিলিয়া, নতুন দিল্লী



মই এটা যৌথ পৰিয়ালৰ পৰা অহা লোক। গতিকে মোৰ পিতৃ-মাতৃ, ভাই-ভনী আৰু অন্যান্য পৰিয়াল-পৰিজন সহ প্ৰতিজন ভাৰতীয় লোক মোৰ সফলতাৰ অংশীদাৰ।

*বিদ্যালয়ত থাকোঁতে আপুনি কিবা উৎপাত কৰিছিল নে?*

— ৰীতিকা ওজ্বা
এয়াৰফোৰ্চ স্কুল, পাঠানকোট



এৰা, এদিনাখন আমাৰ প্ৰধান শিক্ষক মহোদয়ে আমাক শ্ৰেণীত ভূগোল পঢ়ুৱাই আছিল। পঢ়ুৱাই থকাৰ মাজতে তেখেতে এবাৰ মূৰ তুলি চালো। আমি তেওঁৰ পাঠদানত মনোযোগ নিদিয়া যেন তেওঁৰ ধাৰণা হ'ল। তেওঁ আমাক ক'লে,"তোমালোকে চলন্ত ৰেলগাড়ী এখনত উঠি দেখুৱা।" লগে লগে মই উত্তৰ দিলো, "ছাৰ, চলন্ত ৰেলগাড়ী এখনত উঠিবলৈ চেষ্টা কৰিলে তাৰ পৰা পৰি আমাৰ দেখোন হাড়-মূৰ ভাগি থাকিব।" মোৰ কথাটো শুনি তেখেতে মোক ভাল এপিটন দিলে। আচলতে তেখেতে বুজাবলৈ গৈছিল— তেখেতে যেতিযা পঢ়ুৱাই থাকে তেতিয়া আমি মনোযোগ দিব লাগিব। কিন্তু মই তেখেতৰ কথাৰ মৰ্মাৰ্থ নুবুজি ভাবিছিলো যে তেখেতে সঁচাকৈয়ে আমাক চলন্ত ৰেলগাড়ীত উঠিবলৈ কৈছিল।

*আজৰি পৰত আপুনি কি কৰি ভাল পায়?*

— মণিকা লাম্বা
আৰ্মী পাব্লিক্ স্কুল, উধামপুৰ



আজৰি পৰত মই কৰ্ণাটকী মিউজিক শুনো। বাদ্যযন্ত্ৰ আৰু সঙ্গীত দুয়োটা শুনি ভাল পাওঁ। তদুপৰি মই কিতাপ পঢ়ি, লেখা-মেলা কৰি বা কবিতা ৰচনা কৰিও সময় কটাওঁ।



*কি কাম কৰি আপুনি আটাইতকৈ বেছি ভাল পায়?*

— কীৰ্তন পেটেল
গিৰিধৰ নগৰ ছাত্ৰীবাগ হাইস্কুল, আহমেদাবাদ



কণ কণ শিশুৰ সৈতে কথা-বতৰা পাতি বা সিহঁতৰ সৈতে বিভিন্ন বিষয়ে আলোচনা কৰি আৰু তেওঁলোকৰ সপোনবোৰৰ কথা জানি-বুজি মই আটাইতকৈ বেছি ভাল পাওঁ।

জীৱনটো এক বোৱতী সুঁতি
প্ৰতিটো দিনেই অনুপম দিন
প্ৰতিটো কৰ্মৰে আছে
সুকীয়া প্ৰত্যাহ্বান।
আমি নিজ নিজ কৰ্মক
ভাল পাবলৈ শিকিব লাগিব
আৰু তাৰ প্ৰতিটো মুহূৰ্ত
উপভোগ কৰিব লাগিব।

*আপোনাৰ জীৱনত কোনটো বেছি সুখৰ দিন বুলি ভাবে— ভাৰতবৰ্ষৰ ৰাষ্ট্ৰপতি হোৱাৰ দিনটো নে আপুনি সেই পদবীৰ পৰা অব্যাহতি লোৱাৰ দিনটো?*

— সাগৰ কুমাৰ

জ্ঞানদীপ স্কুল, জাবাল্লী, ছিমোগা



মোৰ বাবে দুয়োটা দিন একেই আছিল। শিক্ষকতা কৰিয়েই এদিন ৰাষ্ট্ৰপতি হৈছিলো আৰু এতিয়া শিক্ষকৰ বৃত্তিলৈকে ঘূৰি আহিলো।

*আপুনি আপোনাৰ আত্মজীৱনীত লিখিছে— "আমি আটায়ে নিজৰ অভ্যন্তৰত একুৰা স্বৰ্গীয় জুই লৈ জন্মিছোঁহক আৰু আমাৰ কৰ্ম হ'ব সেই দিব্য জ্যোতিৰে সমগ্ৰ পৃথিৱী আলোকিত কৰা...।" তাৰ উপৰি আপুনি আপোনাৰ অভ্যন্তৰত কিদৰে সেই দিব্য বহ্নিৰ অৱস্থিতিৰ উমান পালে তাৰো বৰ্ণনা দিছে। আমিও কেনেকৈ নিজৰ অভ্যন্তৰত থকা সেই বহ্নিৰ অৱস্থিতি উপলব্ধি কৰিব পাৰিম আমাক ক'বনে?*

— শ্ৰীধৰ

মাৰ ইবানিয়ছ কলেজ, ত্ৰিবান্দ্ৰম



"মানুহে মোক কিদৰে মনত ৰখাটো মই বিচাৰোঁ?" নিজকে এনে এটা প্ৰশ্ন সুধি তোমালোকৰ প্ৰত্যেকে নিজ নিজ লক্ষ্য নিৰ্ধাৰণ কৰি ল'বাহঁক। এই প্ৰশ্নই তোমাক সঠিক উত্তৰ দিব আৰু সঠিক পথৰো সন্ধান দিব। দিশ নিৰ্ধাৰিত কৰি তোমালোকে সম্ভৱপৰ সকলো উৎসৰ পৰা প্ৰাসঙ্গিক জ্ঞান আহৰণ কৰিব লাগিব। কঠোৰ পৰিশ্ৰম কৰা আৰু নিজৰ ৰাস্তাত অবিচল হৈ থাকিবা। কেতিয়াবা সমস্যাৰ উদ্ভৱ হ'লেও সমস্যাটোক তোমাৰ কেপ্টেইন বা নায়ক হ'বলৈ নিদিবা। বৰং তুমিহে সমস্যাটোৰ নায়ক হৈ তাক পৰাভূত কৰা। এনেদৰে তোমাৰ জীৱনলৈ অহা প্ৰতিটো ক্ষুদ্ৰ সাফল্য তোমাৰ ভৱিষ্যৎ সাফল্য বা উন্নতিৰ সোপান হ'ব।

*আপুনি কিহক ভয় কৰে?*

— কৃতিকা আগৰৱালা

সংস্কৃতি স্কুল, পুণা



মই একোলৈকে ভয় নকৰোঁ। চোৱা, ২০০৬ চনত মই 'ছুপাৰ ছনিক' বিমানেৰে আকাশত উৰিছিলো। বিমানখনৰ পৰা অৱতৰণ কৰাৰ লগে

লগে কোনোবা এজনে মোক সুধিলে, " আপোনৰ ভয় লগা নাছিলনে?" মই উত্তৰ দিছিলো— "হেৰা মৰমৰ বন্ধু ! উৰণ যাত্ৰাৰ সময়ত মই উৰণ আৰু উৰণ নিয়ন্ত্ৰণ প্ৰণালীৰ সঞ্চালনাত ইমানেই ব্যস্ত হৈ আছিলো যে ভয অনুভৱ কৰাৰ বাবে তেতিয়া মোৰ হাতত সময়েই নাছিল।"

*আপোনাৰ অলৌকিক শক্তি থকা হ'লে আপুনি কি কৰিলেহেঁতেন?*

— প্ৰিয়া ডিঙ্গোৰকৰ
সংস্কৃতি স্কুল, পুণা


মই কোনো অলৌকিক বা ভৌতিক শক্তিত বিশ্বাস নকৰোঁ।

*ভাৰতবৰ্ষৰ ৰাষ্ট্ৰপতি হিচাপে আপোনাৰ কাৰ্যকালটো সঁচাই স্মৰণীয়। বোধহয় এনেকৈ ক'লেও বঢ়াই কোৱা নহ'ব যে আপুনি সেই পদবীটোক পৱিত্ৰ কৰিছিল। কিন্তু ৰাষ্ট্ৰপতি হিচাপে আপোনাৰ কাৰ্যকালৰ অন্ত পৰিল কি হ'ল! বৰ্তমান যুৱ সম্প্ৰদায়ৰ বাবে কোনোবা আদৰ্শ আৰ্হি (role model) আছেনে? যুৱকসকলে আপোনাক উপাস্য দেৱতাৰ প্ৰতিকৃতি বুলি গণ্য কৰে। কিন্তু আজি মই এইটো অনুভৱ কৰিছোঁ যে তেওঁলোকৰ জীৱনৰ পৰা এটা স্ফুলিঙ্গ বা চমকনি অন্তৰ্হিত হ'ল। আপোনাৰ মন্তব্য কি?*

— কুমাৰী সিন্ধু অনীশা গুজ্জৰী
জে এছ.এছ.পাব্লিক স্কুল, এছ.জে চি ই কেম্পাছ, মহীশূৰ


প্ৰত্যেকজন ৰাষ্ট্ৰপতিয়ে এই পদবীটোত কিবা নহয় কিবা বিশিষ্টতা আনিছে। মই মোৰ আগৰ দহজন ৰাষ্ট্ৰপতিৰ বিষয়ে অধ্যযন কৰিছোঁ। তেওঁলোক আটায়ে নিজৰ নিজৰ ধৰণে বৰঙণি আগবঢ়াইছে। আৰু এই প্ৰক্ৰিযাই চলি থাকিব।

*আপোনাৰ জীৱনৰ আটাইতকৈ গুৰুত্বপূৰ্ণ সন্ধিক্ষণ (turning point) বা দিক্‌নিৰ্ণায়ক মুহূৰ্ত কোনটো বুলি আপুনি ভাবে?*

— এম শক্তি
ত্যাগৰাজ পলিটেক্‌নিক্ কলেজ, চালেম


উপগ্ৰহ উৎক্ষেপণ যান এছ. এল ভী-৩ ৰ সফল প্ৰক্ষেপণ।

*আমি আপোনাৰ পৰা বহু কথা শিকিছোঁ । আমাৰ দৰে ছাত্ৰ-ছাত্ৰীসকলৰ পৰা আপুনিও কিবা শিকিছে নে?*

— চি চিত্ৰা আৰু ভী সত্যপ্ৰিয়া
ত্যাগৰাজ পলিটেক্‌নিক্ কলেজ, চালেম



এৰা, প্ৰশ্ন সোধাৰ গুৰুত্ব।

*মহামান্য ছাৰ! অনুগ্ৰহ কৰি আমাক এনেকুৱা এটা ঘটনা বা আপুনি লোৱা সিদ্ধান্তৰ কথা কওক যিটোৱে ভাৰতবৰ্ষৰ ৰাষ্ট্ৰপতি হিচাপে আপোনাক অত্যধিক সন্তুষ্টি প্ৰদান কৰিছিল!*

— ব্লেছন মেথ্যু
মাৰ্চি মেম'ৰিয়েল স্কুল, কানপুৰ



তিনিটা কথাৰ বাবে মই প্ৰভূত পৰিমাণে সন্তুষ্টি লাভ কৰিছিলো। শিক্ষাৰ অধিকাৰ আইন (Right to Education Act)খনক অনুমোদন জনাই; ৰাষ্ট্ৰপতি ভবনৰ উদ্যানত পোৱা এটি আঘাতপ্ৰাপ্ত ময়ূৰ চৰাইক শুশ্ৰূষা কৰি সম্পূৰ্ণ সুস্থ আৰু পুনৰ উৰিব পৰা কৰি তুলি; আৰু ২০২০-ৰ ভাৰতবৰ্ষৰ ৰূপৰেখা (ইণ্ডিয়া ভিজন ২০২০)-ক চৰকাৰৰ ওচৰলৈ নি।

*আপুনি আছিল এজন বিজ্ঞানী। তাৰ পিছত ভাৰতৰ ৰাষ্ট্ৰপতি হ'ল। বৰ্তমানে আপুনি প্ৰাক্তন ৰাষ্ট্ৰপতি। দেশৰ বিকাশৰ বাবে বৰঙণি যোগাওঁতে এজন বিজ্ঞানী, এজন ৰাষ্ট্ৰপতি আৰু এজন প্ৰাক্তন ৰাষ্ট্ৰপতি — এই তিনিটা ভিন ভিন পৰ্যায়ত আপোনাৰ ভূমিকা কিদৰে পৰিৱৰ্তিত হৈছিল?*

— দীপিকা
কমলা নেহৰু কলেজ, নতুন দিল্লী



এজন বিজ্ঞানী হিচাপে মোৰ বৰঙণি আছিল দেশৰ শক্তি বৃদ্ধি কৰা। মই ২০২০ বৰ্ষৰ বিকশিত ভাৰতবৰ্ষৰ এখন নক্সা প্ৰস্তুত কৰাৰ বাবে বিশেষজ্ঞৰ দল এটাৰ সৈতেও কাম কৰিছিলো। ৰাষ্ট্ৰপতি হিচাপে মই দেশৰ ব্যৱসায়িক অংশীদাৰসকলৰ ওচৰত বিকশিত ভাৰতবৰ্ষৰ যি প্ৰসঙ্গ বা বিষয়বস্তু তাৰ বিপণন কৰিছিলো। ৰাষ্ট্ৰপতি পদৰ পৰা অব্যাহতি লোৱাৰ পিছত মই

শিক্ষকতা বৃত্তিত যোগদান কৰিছোঁ। এই বৃত্তিত থাকি মই যুৱকসকলৰ মনত আত্মবল বা আত্মবিশ্বাস জন্মোৱাৰ চেষ্টা কৰিছোঁ আৰু তেওঁলোকৰ মনত এনে এক উদ্যম প্রোথিত কৰাৰ প্রয়াস কৰিছোঁ— 'মই এই কাম কৰিব পাৰো', 'আমি এই কাম কৰিব পাৰো' আৰু 'ৰাষ্ট্রই এই কাম কৰিব পাৰে।'

*বিজ্ঞান নে শিশু— আপুনি কাক বেছি ভাল পায়? আৰু কিয়?*

— অখিল

জ্ঞানদীপ স্কুল, জাবাল্লী, ছিমোগা



দুয়োটাকে ভাল পাওঁ। কাৰণ প্রতিটো শিশুৰ গাত মই একো একোজন বিজ্ঞানীক দেখা পাওঁ।

*ঈশ্বৰৰ বাদে এই পৃথিৱীৰ কাক আপুনি বেছি ভাল পায়?*

— জেৰুছা ডি টেটেৰ

ইম্মেক্যুলেট্ হাৰ্ট অব্ মেৰীজ মেট্রিক হাযাৰ ছেকেণ্ডাৰী

স্কুল, পলায়ম



ঈশ্বৰৰ পিছতে মই ঈশ্বৰৰ সকলো সৃষ্টিকে ভাল পাওঁ।

*আপোনাৰ প্রিয় খেল কি? প্রিয় খেলুৱৈ কোন?*

— কে এছ মঞ্জুনাথ

ধৰ্মপুৰী



এসময়ত মোৰ প্রিয় খেল আছিল বেড়মিন্টন। এটিয়া মই প্রতিদিনে এঘণ্টাৰো অধিক সময় বাগিচাত খোজ কাঢ়োঁ। এনেকৈ মই আনন্দ পাওঁ।

*এনেকুৱা এটা প্রযুক্তি, উদ্ভাৱন বা আৱিষ্কাৰৰ কথা কওক যিটোৱে আপোনাক আটাইতকৈ বেছি আকৰ্ষিত কৰে?*

— শ্রীবল্লী সৌজন্যা

হায়দৰাবাদ



বিদ্যুতৰ আৱিষ্কাৰ আটাইতকৈ গুৰুত্বপূর্ণ ঘটনা বুলি ভাবোঁ।

*এটা দুখীয়া পৰিয়ালত আপোনাৰ জন্ম। তেনেস্থলত আপুনি কাম-কাজত লগাৰ সলনি পঢ়িবলৈ ল'লে কিয়?*

— ঋষি পেটেল

কেন্দ্ৰীয় বিদ্যালয, ৰাজকোট



মোৰ মা-দেউতা আৰু ওজাদেউসকলে মোৰ পৃষ্ঠপোষকতা কৰিছিল আৰু তেওঁলোকেই মোক পঢ়া-শুনা কৰিবলৈ উৎসাহ আৰু প্ৰেৰণা যোগাইছিল।

*পুৱাৰ আহাৰ (breakfast)ত আপুনি কি খায়? কেনে ধৰণৰ খাদ্য আপোনাৰ প্ৰিয়?*

— তেজু

মাউন্ট আবু



মই নিৰামিষভোজী লোক। ভাৰতীয় সকলো খানা মোৰ প্ৰিয়।

*আপুনি এটা ক্ষেপণাস্ত্ৰৰ আৰ্হি প্ৰস্তুত কৰিছিল। বৰ্তমান আমাক লাগে শান্তি। তেনেস্থলত আৰু পাঁচটা ক্ষেপণাস্ত্ৰৰ আৰ্হি প্ৰস্তুত কৰিবলৈ আপুনি কেনেদৰে অনুপ্ৰেৰিত হৈছিল?*

— বিপ্লৱ

আৰ্মী পাব্লিক স্কুল, উধামপুৰ



মোৰ নেতৃত্বত 'ইছ্ৰো' অৰ্থাৎ ভাৰতীয় মহাকাশ গৱেষণা সংস্থাত মোৰ দলটোৱে ভাৰতবৰ্ষৰ প্ৰথম উপগ্ৰহ উৎক্ষেপণ যান নিৰ্মাণ কৰি উলিয়ায় আৰু সফলতাৰে প্ৰক্ষেপণ কৰে। 'ইছ্ৰো'ৰ কৰ্মসূচী দেশৰ সৰ্বসাধাৰণ লোকৰ ৰাষ্ট্ৰীয় আৱশ্যকতা বা অভাৱ-অভিযোগৰ প্ৰতি লক্ষ্য ৰাখিহে প্ৰস্তুত কৰা হয়, যেনে— সঞ্চাৰ উপগ্ৰহ, দূৰ সংবেদী উপগ্ৰহ, বতৰ বিজ্ঞান সম্বন্ধীয় উপগ্ৰহ ইত্যাদি।

আনহাতে, প্ৰতিৰক্ষা গৱেষণা আৰু উন্নয়ন সংস্থা (ডি আৰ ডি অ')ত মই পাঁচটা ভিন ভিন ক্ষেপণাস্ত্ৰৰ বিকাশ সাধন কৰাৰ প্ৰচেষ্টা হাতত লৈছিলো। সেই প্ৰযুক্তি অন্য কোনো দেশে আমাক নিদিয়ে। সেইবাবে আমি নিজে তাৰ বিকাশ সাধন কৰাটো প্ৰয়োজনীয়।

ইফালে আমাৰ প্ৰতিবেশী ৰাষ্ট্ৰসমূহে নিজ নিজ সীমান্ত অত্যাধুনিক অস্ত্ৰ-শস্ত্ৰৰে সজ্জিত কৰি তুলিছে। ভাৰতবৰ্ষই দেশৰ প্ৰতিৰক্ষাৰ ক্ষেত্ৰত নিচেই সামান্য ধন ব্যয় কৰে। ৰাষ্ট্ৰৰ নিৰাপত্তা নিশ্চিত কৰি উন্নয়নৰ কাৰ্যসূচীও নিৰৱচ্ছিন্নভাৱে চলাই থাকিব লাগিব। প্ৰতিৰক্ষাৰ বাবে আমি যি খৰছ কৰোঁ সেয়াও শান্তিৰ বাবেই।

*আপোনাৰ প্ৰিয় গ্ৰন্থখনৰ নাম কি? কিয় সেই গ্ৰন্থখন আপোনাৰ প্ৰিয়?*

— এছ নিৰঞ্জনা দেৱী
ত্ৰিচী



মোৰ প্ৰিয় গ্ৰন্থখনৰ নাম 'লাইট ফ্ৰম্ মেনী লেম্প্ছ্'। গ্ৰন্থকাৰ হ'ল লিলিযান এইছ্লাৰ্ ৱাট্ছন। এই গ্ৰন্থখনৰ পৰা সাহস, সুখ আৰু জ্ঞান লাভ কৰিব পাৰি। সেইবাবেই এইখন মোৰ প্ৰিয় গ্ৰন্থ।

*মই এইটো জানিব খোজোঁ যে সংসাৰত আপুনি কাক আটাইতকৈ বেছি প্ৰশংসা কৰে? পঢ়াশলীয়া দিনবোৰত, মানে ছাত্ৰাৱস্থাত আপুনি দুষ্ট প্ৰকৃতিৰ শিশু আছিল নেকি? মোৰ এই সৰল প্ৰশ্নবোৰৰ উত্তৰ দিবনে?*

— নাইনা গৌতম
ছেইন্ট্ থমাছ কলেজ, ডেৰাডুন



নিঃসন্দেহে মোৰ পিতৃ-মাতৃক। বিদ্যালয়ৰ ওজাদেউক মই সদায় মনত ৰাখিব লাগিব। কাৰণ তেওঁেই মোক মানসচক্ষু বা দৃষ্টি প্ৰদান কৰিছে। মই চল্লিছৰ দশকত (১৯৪০) ছাত্ৰ হিচাপে পঢ়া-শুনা কৰিছিলো। সেই সময়ত ছাত্ৰক বেত দিয়াটো এটা সাধাৰণ কথা আছিল। দুষ্ট প্ৰকৃতিৰ হ'লে তুমি বেতৰ কোব খোৱাটো স্বাভাৱিক। মোৰো সেই অভিজ্ঞতা হৈছে।



*সুযোগ পালে আপুনি ভাৰত চৰকাৰৰ কি পৰিৱৰ্তন সাধন কৰিব বিচাৰিব?*

— শীতল মহাপাত্ৰ

আল্‌কন্ ইন্টাৰ্‌নেশ্যনেল স্কুল, নতুন দিল্লী



মন্ত্ৰীসভাবিলাকত বৰ্তি থকা বিভাজন হ্ৰাস কৰিম। দেশত মাত্ৰ কেইটামান মন্ত্ৰী দপ্তৰহে থাকিব যি কেইটা মন্ত্ৰালয়ে অৰ্থনৈতিক বিষয়, প্ৰতিৰক্ষা, শিক্ষা আৰু কৰ্ম-সংস্থান সৃষ্টিৰ ওপৰত গুৰুত্ব দিব। আন বিষয়বোৰৰ তত্ত্বাৱধান কৰিব ব্যক্তিগত খণ্ডসমূহে। এইদৰে চৰকাৰৰ শাসন পৰিচালনা কৰাটো উজু হ'ব আৰু ই প্ৰতিযোগিতাও বৃদ্ধি কৰিব।

*আপোনাৰ জীৱনৰ ভৱিষ্যৎ লক্ষ্য কি?*

— কেথেৰিন

জে. এছ. এছ. আইন মহাবিদ্যালয়, মহীশূৰ



ভাৰতবৰ্ষৰ এশ কোটি মানুহৰ মুখত হাঁহি দেখিবলৈ পোৱা।